পৰিচয় গ্ৰন্থমালা : ৭

# অসমৰ বনৌষধি



শান্তনু তামুলী






অসম সাহিত্য সভা
১৯৭৮

ASAMAR BANAUSADHI : Written by Shri Santanu Tamuly, Regional Research Laboratory, Jorhat, published by Abdus Sattar, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat-785001, Assam, first edition 1978. Price : Rs. 4/-

প্ৰকাশক :
আব্দুছ ছাত্তাৰ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫ ০০১

প্ৰথম তাঙৰণ : মাৰ্চ, ১৯৭৮

মূল্য : ৪ টকা

মুদ্ৰক :
আসাম প্ৰিন্টিং ৱৰ্কছ প্ৰাঃ লিঃ
যোৰহাট-৭৮৫ ০০১



## প্ৰকাশকৰ এআষাৰ

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মাননীয় শ্ৰীযজ্ঞেশ্বৰ শৰ্মা ডাঙৰীয়াই টিহুত অনুষ্ঠিত সন্মিলনৰ সভাপতিৰ অভিভাষণত বিভিন্ন বিষয়ক পৰিচয় জ্ঞাপক গ্ৰন্থ প্ৰকাশৰ আঁচনি ল'বলৈ সভাক আহ্বান জনায়। ১৯৭৬-৭৭ চনৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে সেই পৰামৰ্শৰ ভিত্তিত 'পৰিচয় গ্ৰন্থমালা' নাম দি এলানি গ্ৰন্থ বিশেষজ্ঞৰদ্বাৰা যুগুত কৰাই প্ৰকাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। সেই মৰ্মে যোৱা বছৰ পাঁচখন গ্ৰন্থ প্ৰকাশ কৰা হয়। এই বছৰ কেইবাখনো পুথি প্ৰকাশ কৰিবলৈ কাৰ্য-নিৰ্বাহক সমিতিয়ে সিদ্ধান্ত গ্ৰহণ কৰে আৰু কেইবা-গৰাকীও বিশিষ্ট লোকক পুথি যুগুত কৰিবলৈ দায়িত্ব দিয়ে।

শ্ৰীশান্তনু তামূলী ডাঙৰীয়াই 'অসমৰ বনৌষধি'ৰ পাণ্ডুলিপিত অসমৰ বনৌষধি-ভাণ্ডাৰৰ পৰিচয় সৰ্বসাধাৰণৰ জ্ঞাতাৰ্থে যুগুতাই দিয়াত অসম সাহিত্য সভাই এই পুথিখন সপ্তম পৰিচয় গ্ৰন্থমালা-ৰূপে প্ৰকাশ কৰিবলৈ পাই অতি সুখী হৈছে। এই বন-ঔষধবাজিৰ নিৰাময় গুণৰ কথা জানিলে বহুতেই বহু প্ৰকাৰে উপকৃত হ'ব। এনেধৰণৰ পুথিৰ অভাৱ প্ৰকৃততে আছে। গতিকে শ্ৰীতামূলীক পুথিখনি লিখি দিয়াৰ কাৰণে সভাৰ তৰফৰপৰা শলাগ আৰু কৃতজ্ঞতা জনালোঁ।

অসম আয়ুৰ্বেদিক কলেজৰ প্ৰাক্তন অধ্যাপক শ্ৰীউত্তম চন্দ্ৰ গোস্বামী ডাঙৰীয়াই পুথিখন পনৰীক্ষণ কৰি দিয়াৰ বাবে সভাৰ হৈ শলাগ

লওঁ । অতি কম সময়ৰ ভিতৰতে যোৰহাটৰ আসাম প্ৰিণ্টিং ৱৰ্কছে পুথিখন ছপাই দিছে। এই ছেগতে প্ৰেছৰ কৰ্মীবৃন্দলৈ ধন্যবাদ যাচিলোঁ ।

ৰাইজৰ সেৱক

**আব্দুছ ছাত্তাৰ**

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট-৭৮৫ ০০১

৭।৩।৭৮

## আগকথা

ভাৰতবৰ্ষত খ্ৰি: পূ: ৩৫০০-১৮০০ বছৰ পূৰ্বৰেপৰা ৰোগ নিৰাময়ৰ ক্ষেত্ৰত বনৌষধিৰ প্ৰয়োগ চলি আহিছে। ঋগবেদত উদ্ভিদৰ ১০৭ বিধ ৰোগ নিবাৰণী গুণৰ উল্লেখ পোৱা যায় (১০।৯৭)। সম্ভৱত: বিশ্বৃত ঋগ্বেদেই বনৌষধিৰ প্ৰথম লিখিত গ্ৰন্থ। অথৰ্ববেদতো বহুসংখ্যক উদ্ভিদৰ বিস্তৃত বৰ্ণনা, শ্ৰেণী বিভাগ আৰু সিহঁতৰ ৰোগ নিবাৰণী শক্তিৰ বৰ্ণনা আৰু উল্লেখ আছে। বৈদিক যুগৰ পাছৰ প্ৰায় এহাজাৰ বছৰৰ ভিতৰত ভাৰতত এই দিশত বিশেষ উন্নতি পৰিলক্ষিত নহয়। তাৰ পাছত ৰচিত হয় চৰক আৰু সুশ্ৰুত বনৌষধি-চিকিৎসা বিধান—চৰক সংহিতা আৰু সুশ্ৰুত সংহিতা। সুশ্ৰুত সংহিতাত ৭০০ বিধ ঔষধৰ বৰ্ণনা পোৱা যায়। সময় যোৱাৰ লগে লগে ভাৰতীয় গ্ৰাম্য জীৱন আৰু বৈদ্য সম্প্ৰদায়ৰ মাজত নতুন নতুন বনৌষধিৰ সংযোজন হৈ বৰ্তমান ভাৰতীয় বনৌষধিৰ সংখ্যা হয়গৈ প্ৰায় ১৫০০ বিধ।

ভাৰতত চিকিৎসাৰ ক্ষেত্ৰত প্ৰায় ২০০০ বিধ ঔষধ ব্যৱহৃত হয়। তাৰে মাত্ৰ ২০০ বিধমান প্ৰাণীদেহৰপৰা, ৩০০ বিধমান খনিজ দ্ৰব্য আৰু বাকী প্ৰায় ১৫০০ বিধ ঔষধ বনৌষধিৰ পৰাই তৈয়াৰ কৰা হয়।

বনৌষধিসমূহৰ পাত, কাণ্ড, ছাল, ফুল, ফল, বীজ, ৰস, শিপা আদি সকলো অংশ ঔষধৰূপে ব্যৱহৃত হয়। বৰ্ত্তমান বৈজ্ঞানিক প্ৰণালীৰে বনৌষধিৰপৰা ঔষধ নিষ্কাসন কৰা হয়। অনেক বনৌষধিত জটিল ৰাসায়নিক গঠনৰ উপক্ষাৰ পোৱা যায়। আজিকালি

সংশ্লেষিত উপক্ষাৰ তৈয়াৰ হৈছে যদিও প্ৰয়োগৰ দিশত উদ্ভিদজাত উপক্ষাৰৰ আদৰ বেছি।

অসমত বনৌষধিৰ বিজ্ঞানসন্মত পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ এতিয়াও সম্পূৰ্ণকৈ হোৱা নাই। অসমৰ পৰ্বত-ভৈয়ামত অসংখ্য মূল্যবান বনৌষধি উৎপন্ন হয়। কিন্তু সেইবোৰ অৱহেলিত, অনাদৃত। আনকি কিছুমান বহু মূল্যবান বনৌষধিৰ লুপ্তপ্ৰায় অৱস্থা। গ্ৰাম্য জীৱনতো বনৌষধিৰ ব্যৱহাৰ— অপ্ৰচলন, অজ্ঞতা আৰু অৱহেলাৰ ফলত প্ৰায় নোহোৱা হৈ আহিছে।

এই ক্ষুদ্ৰ পুথিখনৰ সীমিত পৰিসৰৰ মাজত অসমত পোৱা কেইবাশও বনৌষধিৰ মাজৰ মাত্ৰ পঞ্চাছবিধৰ পৰিচয়হে দিয়া হ'ল। প্ৰত্যেকবিধ গছৰে উদ্ভিদীয় নাম, গোত্ৰৰ উপৰিও সংস্কৃত, হিন্দী, বাংলা আৰু ইংৰাজী নামও দিয়া হৈছে। বৈজ্ঞানিক পৰিচিতি, বাসস্থান, দ্ৰব্যগুণ, প্ৰয়োগ আৰু ৰাসায়নিক সংযুতি (Chemical composition) সন্নিবিষ্ট কৰা হৈছে। প্ৰয়োগ দিশত পৰম্পৰাগত গ্ৰাম্য জীৱনত বনৌষধিসমূহৰ ব্যৱহাৰ, আয়ুৰ্ব্বেদীয় প্ৰয়োগ আদিৰ পৰিচয় দিবলৈ চেষ্টা কৰা হৈছে। ৰোগ চিকিৎসাৰ প্ৰয়োগ ব্যাপ্তিৰ অৰ্থতহে বনৌষধি কিছুমানৰ মুষ্টিযোগ আৰু পৰিমাণৰ উল্লেখ কৰা হৈছে।

---

## সূচীপত্ৰ

## অনন্তমূল

**Hemidesmus indicus** (L) Schult

Family : Periplocaceae

| | | |
|---|---|---|
| সংস্কৃত | : | অনন্তমূল, শাৰিবা |
| হিন্দী | : | অনন্তমূল, সালসা |
| বাংলা | : | অনন্তমূল |
| ইংৰাজী | : | Indian Sarsaparilla |

পৰিচিতি

অনন্তমূল এবিধ বহুবৰ্ষী গুল্ম। ইহঁতৰ মূল কাণ্ড কাঠ, সুগন্ধী আৰু কাণ্ড মিহি। পাতৰ আকাৰ ভিন ভিন, পাত দীঘলে ৫–১০ চেমি আৰু বহলে ·৫ৰ পৰা 8 চেমি পৰ্য্যন্ত হয়। পাতৰ ৰং ঘন সেউজীয়া, ফুটফুটীয়া আৰু পাতৰ তল ফাল বগা। ফুল অতি সৰু, সেউজীয়া আৰু ফুলৰ থোপা সৰু। ফল ১০–১৫ চেমি দীঘল, মিহি, নলী আকাৰৰ, মূৰ জোঙা আৰু যুৰীয়া। বীজ সৰু, ক'লা, বীজৰ মূৰ শুংযুক্ত। ইয়াৰ ডাল-পাত আদি ভাঙিলে এবিধ বগা ৰস ওলায়।

গংগাৰ উজনিৰ সমভূমি অঞ্চল, পশ্চিম বংগ, অসম আৰু মধ্য প্ৰদেশৰপৰা দক্ষিণ ভাৰতলৈকে সমগ্ৰ অঞ্চলতে অনন্তমূল উৎপন্ন হয়।

দ্ৰব্যগুণ

অনন্তমূলৰ শিপা হ'ল মূল ঔষধি অংশ। শিপাৰ ৰস ছৰ্ছাপাৰি-লাৰ ( Sarsaparilla ) পৰিবৰ্তে ঔষধ হিচাপে ব্যৱহৃত হয়। ঔষধ বেদনানাশক, মূত্ৰকাৰক, বলকাৰক, ক্ষুধা বৃদ্ধিকাৰক, উপদংশ,

শ্বেতপ্রদৰ, মূত্ৰৰোগ কাহ-জ্বৰ, চৰ্মৰোগ নাশক, ঘৰ্ম, ৰক্তশোধক, বাতৰক্ত, ফোঁহা, বৃশ্চিক আৰু সৰ্পদংশন আদিত ব্যৱহাৰ কৰা হয়।

### প্ৰয়োগ

অনন্তমূলৰ চূৰ্ণ (১২ গ্ৰাম) গৰম গাখীৰত মিচিৰি দি খালে ক্ষুধা বৃদ্ধি পায় আৰু অৰুচি দূৰ হয়। অৰ্শত দৈৰ সৈতে অনন্তমূল চূৰ্ণ (৩ গ্ৰাম) পুৱা খায়। ইয়াৰ চূৰ্ণ নিয়মিত খালে কাহ আৰোগ্য হয়। অনিয়মিত ঋতুস্ৰাৱত অনন্তমূল বাটি (৩ গ্ৰাম) পুৱা-গধুলি পানী বা গাখীৰৰ সৈতে খালে নিয়মিত হয়। আমাশয় ৰোগত মৌৰ সৈতে খাবলৈ দিয়ে। অনন্তমূলৰ ক্বাথেৰে উপদংশৰ ক্ষত ধুলে শীঘ্ৰে শুকায়।

## ৰাসায়নিক সংযুতি

Essential oil, 2—hydroxy-4—methoxy benzaldehyde, sterols, glycosides, saponin, resin acid, tannin

---



## অশোক

**Saraca indica** Linn
Family : Leguminosae

সংস্কৃত : অশোক
হিন্দী : অশোক
বাংলা : অশোক
ইংৰাজী : Ashoka tree

### পৰিচিতি

অশোক এবিধ অনেক শাখাবিশিষ্ট জোপোহা চিৰসেউজ গছ। গছ চাপৰ, ছাল মিহি আৰু মুগা বৰণীয়া। পাত অবৃন্ত, বিপৰীত-ক্ৰমী, পত্ৰকযুক্ত, ৮–৬০ চেমি দীঘল আৰু ২.৫–৪ চেমি বহল হয়। পত্ৰিকা অভিমুখী, ৭–২৫ চেমি দীঘল, মিহি আৰু ডিম্বাকৃতি। পত্ৰিকা পোনতে বগা, ক্ৰমে ৰঙা আৰু পূৰঠ হ'লে ডাঠ সেউজীয়া হয়। বসন্ত কালত ফুল ফুলে। ফুল ডাঙৰ, কমলা বৰণৰ আৰু থোপা পাতি ফুলে। বেটুপাত সৰু, ৰঙা আৰু ফুলক আবৰি থাকে। ফল ১৫–২৫ চেমি দীঘল আৰু চেপেটা। বীজ ৪–৮ টালৈ হয়।

অশোক গছ দাক্ষিণাত্য, পশ্চিম বংগ, উৰিষ্যা আৰু অসমৰ অঞ্চল বিশেষে উৎপন্ন হয়।

### প্ৰয়োগ

অশোকৰ ছাল ঔষধি গুণ সম্পন্ন। গৰ্ভাশয়ৰ ৰোগত অশোক গছৰ ছাল অতীজৰেপৰা ব্যৱহৃত হৈ আহিছে। শ্বেত বা ৰক্তপ্ৰদৰ ৰোগত কেঁচা ছাল (২০।২৫ গ্ৰাম) পানী ১ লিটাৰ আৰু গাখীৰ ২৫০ মিলি লিটাৰ পগাই দুগ্ধাৱশেষ ৰাখি মৌজোলত মিহলাই খালে

ৰোগ আৰোগ্য হয়। ৰক্তাৰ্শত ছাল (১০ গ্ৰাম) কুটি ১০।১২ ঘণ্টা পানীত তিয়াই ৰস পূৱা-গধূলি খাবলৈ দিয়ে। ছালৰ ৰস হৃদ্‌দুৰ্বলতো ব্যৱহাৰ কৰা হয়। অশোক ছালৰ গুড়ি কটা অংশত টেপি ধৰিলে তেজ ওলোৱা বন্ধ হয়। কীট-দংশনত ছালৰ ক্কাথ সানিলে বেদনা উপশম হয়। ছালৰ ৰস তেজ গ্ৰহণীতো খুৱায়। বীজ পিহি গাত ঘঁহিলে বা ছালৰ ক্কাথ ঘঁহিলে সোতোৰা পৰা ছাল মসৃণ হয়। ফলৰ ৰস তেজ গ্ৰহণী আৰু শুকান ফুল বহুমূত্ৰ ৰোগত ব্যৱহৃত হয়।

## ৰাসায়নিক সংযুতি

Tannin, catechol, essential oil, haematoxylin, a keto-sterol, a saponin, organic calcium compound

---



# আদা

**Zingiber officinale** Rosc
Family : Zingiberaceae

সংস্কৃত : আৰ্দ্ৰক
হিন্দী : অদৰক
বাংলা : আদা
ইংৰাজী : Ginger

### পৰিচিতি

আদা কন্দোদ্ভৱ বৰ্ষজীৱী উদ্ভিদ। আদা গছ ৩০ চেমিৰপৰা ১ মিটাৰলৈকে ওখ হয়। কাণ্ড দীঘলীয়া আৰু পাতযুক্ত। পাত ৰেখাকাৰ, মিহি অবৃন্ত আৰু গুৰি অংশই কাণ্ডক আৱৰি থাকে। পাত ১২–৩০ চেমি দীঘল আৰু ২.৫–৪ চেমি বহল হয়। ফুল ৮ চেমিলৈকে দীঘল হয়; ঠাৰি মিহি, আৰু সহপত্ৰই ঢাকি ৰাখে। দলমণ্ডল সেউজ হালধীয়া; পাহি বেঙুনীয়া আৰু মাজে মাজে হালধীয়া ফুট থাকে।

আমাৰ দেশৰ সকলো অঞ্চলতে আদাৰ খেতি কৰা হয়।

### দ্ৰব্যগুণ

আদা (কন্দ) শক্তিকাৰক, পাচক, সুগন্ধী, অজীৰ্ণতা আৰু পেটৰ বিষনাশক, কফ নিষ্কাসক, খজুৱতিনাশক, বাতনিষ, অৰ্শ, শোথৰোগ, জ্বৰ, আমবাত, কাহ, শ্বাস, বমি, অৰুচি, দাঁতৰ বিষ ইত্যাদি অনেক ৰোগত ব্যৱহাৰ কৰা হয়।

### প্ৰয়োগ

আদাৰ শুঁঠ (শুকান আদা), কেঁচা হালধি আৰু ভাং ১:২:৪ পৰিমাণত একেলগে পিহি গৰম কৰি অৰ্শত সেক দিয়া হয়। আমবাত

ৰোগত আদাৰস পুৰণা গুড়ৰ লগত খায়। পিপলি, পিপলি মূল, ভোমোৰা গুটিৰ সাহ আৰু শুকান আদাৰ ক্কাথ মৌজোলৰ লগত খালে কাহ ভাল হয়। তুলসী পাতৰ ৰস, আদাৰ ৰস আৰু মৌজোল মিহলি কৰি খালেও কাহ আৰোগ্য হয়। গ্ৰহণীত শুকান আদা, মুথা, আতইচ, গুলঞ্চৰ ক্কাথ খাবলৈ দিয়ে। পানী লগা জ্বৰত আদাৰস আৰু মৌজোল উপকাৰী। মদৰ নিচা ভাঙিবলৈকো এনেদৰে খুউৱা হয়। দাঁতৰ বিষত আদা চোবাই খালে উপশম হয়। আদাৰস শুঙিলে মূৰ্চ্ছা ৰোগীৰ জ্ঞান উভতি আহে। হেঁকটিত আদাৰস ছাগলী গাখীৰত মিহলাই খালে আৰোগ্য হয়। অতিসাৰ ৰোগত আদা আৰু ধনিয়াৰ ক্কাথ উপকাৰী

## ৰাসায়নিক সংযুতি

Terpenoids—camphene, phellandrene, $\beta$—phellandrene, cineol, citral, borneol, zingiberene, gingerol, shogaol, potassium oxalate, essential oil

———.



## আমলখী

**Emblica officinalis** Gaertn. syn.
**Phyllanthus emblica** Linn
Family : Euphorbiaceae

সংস্কৃত : ধাত্ৰী
হিন্দী : আমলা
বাংলা : আমলকী
ইংৰাজী : Emblica Myrobalam

পৰিচিতি

আমলখী এবিধ মজলীয়া আকাৰৰ গছ। ইয়াৰ পাত সৰু, ১০-১৩ মিমি দীঘল আৰু ২-৩ মিমি বহল হয়। ঠাৰিৰ দুয়োকাষে ঘন ঘনকৈ পাত লাগে। একে জোপা গছতে পুং আৰু স্ত্ৰী পুষ্প ফুলে। ফুলৰ বং পাতল সেউজীয়া, সৰু আৰু পাতৰ তলে তলে থুপ পাতি ফুলে। পুংপুষ্প স্ত্ৰীপুষ্পতকৈ সংখ্যাত অধিক। ফল ১.৫-২.৫ চেমি লৈকে ডাঙৰ হয়। ফল মাংসল, গোল আৰু বহিভাগ ছটা খণ্ডত স্পষ্ট, বং পাতল সেউজীয়া বা হালধীয়া। বীজৰ সংখ্যা ছটা।

ভাৰতবৰ্ষৰ সকলো অঞ্চলতে, ১৫০০ মিটাৰ উচ্চতা পৰ্য্যন্ত, হাবিত বনৰীয়া অৱস্থাত আৰু ঘৰত ৰোপণ কৰা হয়।

দ্ৰব্যগুণ

আমলখীৰ সৰ্বাতোকৈ উপকাৰী অংশ ইয়াৰ ফল—যাক আমি আমলখা বুলি কওঁ। আমলখী ভিটামিন - চি সমৃদ্ধ। ভিটামিন - চিৰ অভাৱত হোৱা খহুলা ( scurvy ) ৰোগ নিবাময়ত আমলখী

খাবলৈ দিয়া হয়। সুনথিবা টেঙাৰ ৰসত যিখিনি খাদ্যপ্ৰাণ পোৱা যায়, তাৰ কুৰিগুণ অধিক আমলখীত পোৱা যায়। হাঁওফাঁওৰ যক্ষ্মা-ৰোগত ভোগা ৰোগীৰ ওপৰত কৰা পৰীক্ষাৰ ফলত জনা গৈছে যে, সংশ্লেষিত ভিটামিন -চি তকৈ আমলখীৰ ভিটামিন-চিৰ উপ-কাৰিতা অধিক। তুৰস্কত আমলখী হাঁওফাঁওৰ পোৰণিত ব্যৱহাৰ কৰে। পাৰস্যত পেলুনাশক হিচাপে আমলখীৰ ৰস খুওৱায়।

কেঁচা আমলখী শীতলকাৰক, শক্তিকাৰক, চৰ্মৰোগনাশক আৰু ৰোধক, মূত্ৰ কাৰক, জুলাপ, জ্বৰনাশক, বমনৰোধী, অজীৰ্ণতা, কোষ্ঠকাঠিন্য, কৃমি, পেটৰ বিষ, গ্ৰহণী, ৰক্তক্ষৰণ আদি অনেক ৰোগ আৰু স্বাস্থ্য ৰক্ষাত উপকাৰী।

প্ৰয়োগ

অম্লপিত্ত ৰোগত আমলখীৰ ৰস চেনিৰ সৈতে নিয়মিত খালে ৰোগ উপশম হয়। এৰাঁ ভঙা অৰ্থাৎ নাকৰপৰা তেজ ওলোৱা বেমাৰত আমলখী ঘিঁউত ভাজি কাঁজি পানীত বাটি তালুত ভৰণ দিয়া হয়। নেমুৰ ৰস আৰু আমলখীৰ ৰস মিহলাই খালে তেজ গ্ৰহণী আৰোগ্য হয়। চকু ৰঙা পৰা বেমাৰত আমলখীৰ ৰস ১।২ টোপাল চকুত দিয়ে। একেৰাহে জ্বৰ উঠি থাকিলে আমলখীৰ ৰস ঘিঁউত মিহলাই খালে উপকাৰ পোৱা যায়। আমলখীৰ ৰস ২।৩ চাহ চামোচেৰে এচামোচ মৌজোলত মিহলাই নিয়মিত পুৱা খালে দৃষ্টিশক্তি অটুট থাকে। আমলখীৰ কিণ্বন কৰা ৰস পাণ্ডুৰোগ অজীৰ্ণতা আৰু কাহত ব্যৱহৃত হয়। আমলখী, শিলিখা, ভোমোৰা গুটি (অৰ্থাৎ ত্ৰিফলা), আমৈ লতা, বগা বাহকৰ শিপা, কটকী তিতা, চিৰতা আৰু নিম ছাল পানীত সিজাই মৌজোলৰ লগত খালে পাণ্ডুৰোগ আৰোগ্য হয়। আমলখী ফলৰ তেল ঘহিলে চুলি সৰা বন্ধ হয়। শুকান আমলখী পানীত তিয়াই তাৰ ৰস খালে পিত্তৰোগ আৰু পিত্তশূল উপশম হয়। বহুমূত্ৰ ৰোগত দুই-তিনিটা আমলখী দৈনিক



খালে সুফল পোৱা যায়। মূত্ৰকৃচ্ছ্ৰতা বা মূত্ৰাঘাত ৰোগত আমলখীৰ ৰস মৌজোলৰ লগত খালে উপশম হয়। লৌহ ধাতু আৰু আমলখী ৰক্তাল্পতাৰ (পাণ্ডুৰোগৰ) মহৌষধ। শ্বাস কষ্টত আমলখীৰ ৰস, মৌজোল আৰু পিপলিৰ সৈতে খাবলৈ দিয়ে। আমলখীৰ ৰসে বমি আৰু হেঁকটি অহা ৰোধ কৰে। আম, জামু আৰু আমলখী পাতৰ ৰস সমান পৰিমাণে লৈ মৌজোল আৰু ছাগলী গাখীৰৰ সৈতে খালে তেজ গ্ৰহণী ভাল হয়। আমলখীৰ কুঁহিপাতৰ ৰস খালে অজীৰ্ণতা আৰু বদহজম দূৰ হয়। আমলখী ছালৰ ৰস, মৌজোল আৰু হালধিৰ লগত প্ৰমেহ ৰোগত খায়। আমলখীৰ বীজত ফচ্ফেটাইড পোৱা যায়। বীজ হাপানি আৰু ব্ৰংকাইটিছ ৰোগত ব্যৱহাৰ কৰা হয়। আমলখী ফুল শীতলকাৰক আৰু মৃদুৰেচক।

## ৰাসায়নিক সংযুতি

Vitamin C, amino acid—glycine, tannin, polyphenolic compounds-corilagin, ellagic acid, terchebin, gallic acid, chebulic acid, chebulagic acid, chebulinic acid, fixed oil, lipids—phosphatides and essential oil

---

## এৰাগছ

**Ricinus communis** Linn
Family : Euphorbiaceae

সংস্কৃত : এৰণ্ড
হিন্দী : এৰণ্ড
বাংলা : বেড়ি
ইংৰাজী : Castor oil plant

সংস্কৃত 'ঈৰ' অৰ্থ 'গতি কৰ' অৰ্থাৎ ইয়াৰ গুটিৰ তেল খালে জুলাপ হয়; সেই বাবে এই গছৰ নাম এৰণ্ড। অসমীয়া 'এৰা' শব্দ ইয়াৰে অপভ্ৰংশ।

### পৰিচিতি

এৰা এবিধ একবৰ্ষী (কেতিয়াবা বহুবৰ্ষী) গুল্ম জাতীয় উদ্ভিদ। ই ৬।৭ মিটাৰ পৰ্যন্ত ওখ হয়। এৰাগছৰ ঠাল কম। কাণ্ড আৰু পাতৰ ঠাৰি কোমল আৰু ফোঁপোলা। পাত ঠাৰিৰ মূৰত হয়। পাতৰ আকাৰ ছত্ৰাকাৰ যদিও ই ৯ ভাগত বিভক্ত। পাতৰ ব্যাস সচৰাচৰ ৩০–৪৫ চেমি হয়। এবছৰৰ ভিতৰত এবাৰ ফুল আৰু গুটি লাগে। কাণ্ডৰ আগত পুষ্পদণ্ডৰ চাৰিওফালে ফুল ফুলে। ফুল সৰু আৰু হালধীয়া। ফল ত্ৰিকোষী, কেপচুল। ফলৰ ওপৰত কোমল কাঁইটৰ বাকলি থাকে। ফল পকিলে ফাটি সিচঁৰিত হৈ বংশ বিস্তাৰ কৰে।

এৰাগছৰ আদি বাসস্থান আফ্ৰিকা বুলি অনেকে ক'ব খোজে। অসমত অতীজৰেপৰা এৰী কাপোৰ ব'বৰ বাবে এৰাগছ ব্যৱহাৰ হৈ আহিছে। আনকি মহাভাৰতৰ সময়ত ভগদত্তই এৰী কাপোৰ লোৱাৰ কথা পোৱা যায়।



পৃথিবীৰ ক্ৰান্তীয় ভূভাগত এৰাগছ উৎপন্ন হয়। অসম, উত্তৰ ব্ৰহ্মদেশ, জাভা, জামেইকা, আফ্ৰিকা আৰু ৱেষ্ট ইণ্ডিজত এৰাগছ পোৱা যায়। সাগৰ পৃষ্ঠৰপৰা ১.৮২৮ মিটাৰ পৰ্যন্ত এৰাগছ উৎপন্ন হয়। পশ্চিমবংগ, বিহাৰ, উত্তৰ প্ৰদেশ, মধ্য প্ৰদেশ, মহাৰাষ্ট্ৰ আৰু তামিলনাডুত তেলৰ বাবে এৰা খেতি কৰা হয়।

### দ্ৰব্যগুণ

এৰাগুটিৰ তেলৰ ব্যৱসায়িক নাম কেষ্টৰ অয়ল (castor oil)। এৰাগুটিত ৪০–৫০ শতাংশ এৰাতেল থাকে। শুকান গুটি খুন্দি পানীৰ সৈতে উতলাই তেল নিষ্কাসন কৰা হয়। এৰীতেল বা এৰী খলিহৈত 'ৰিচিন' নামৰ এবিধ বিষাক্ত উপক্ষাৰ থাকে। ই মানুহ আৰু জন্তুৰ খাদ্যৰ অনুপযোগী। এৰাতেলৰ ভাপ নাক আৰু চকুৰ পাতল ছালৰ বাবে অপকাৰী। ৰিচিনৰপৰা প্ৰতিষেধক ঔষধ তৈয়াৰ কৰা হয়।

এৰীতেল এবিধ অনুদ্দীপক জুলাপ। তেল খোৱাৰ পাছত উৰ্দ্ধক্ষুদ্ৰান্ত্ৰ গৈ পাওঁতে অগ্ন্যাশয়ী ৰসে তাক ৰিচিন'লেইক এচিডত পৰিণত কৰে। এই এচিডে অন্ত্ৰ উত্তেজিত কৰে। ফলত অন্ত্ৰীয় গ্ৰন্থি আৰু পেশীয় আৱৰণ উদ্দীপ্ত হয় আৰু পৰিণামত জুলাপ হয়। তেল খোৱাৰ ৪।৫ ঘণ্টাৰ ভিতৰতে বেদনাহীন জুলাপ হয়। এৰী-তেলৰ জুলাপ অতি কাৰ্যকৰী, সহজ আৰু সহজলভ্য। আনহাতে, ল'ৰা বুঢ়া ডেকা সকলোৰে বাবে ই নিৰাপদ। এনে জুলাপ খোৱা মাকৰ স্তনদুগ্ধ পান কৰা সন্তানৰো জুলাপ হয়। জুলাপৰ উপৰিও তেল বদহজম, খাদ্য বিষক্ৰিয়া, পেটৰ বিষ, কোষ্ঠকাঠিন্য (গৰ্ভৱতী অৱস্থাত), গ্ৰহণী, প্ৰমেহ, জ্বৰ, হাঁপানি, অগ্নিদগ্ধ, শোথৰোগ আদি অনেক ৰোগত ব্যৱহৃত হয়। এৰাপাত আৰু শিপাৰ বাকলি ৰেচক গুণসম্পন্ন। বীজ উত্তেজক। সেইবাবে খজুৱতি আৰু বিছাই দকাত ইয়াৰ ৰস বহা হয়।

প্ৰয়োগ

এৰাতেল জয়ে পোৰা ঠাইত ঘহিলে জ্বলাপোৰা উপশম হয়। অৰ্শ বেদনাত তেল খালে মলত্যাগত বেদনা কমে। তেল গৰম গাখীৰত (বয়স অনুপাতে ৫-১০ টোপালৰপৰা এচামোচ) এদিন এৰি এদিন কৃমি আৰু পেলু মাৰিবলৈ খুৱায়। বদহজমত গৰম পানীৰ সৈতে (½ বা এচামোচ) খাবলৈ দিয়া হয়। কেঁচা এৰা-পাত (৪।৫ গ্ৰাম) সিজাই তাৰ ৰস খালে অম্লশূল আৰু মূত্ৰৰ কামোৰণি উপশম হয়। ঋতুস্ৰাৱ স্বাভাৱিক নহলে তলপেট বিষায়। তেনে অৱস্থাত এৰাপাত সিজাই ৰস খালে ঋতুস্ৰাৱ স্বাভাৱিক হয় আৰু বেদনা দূৰ হয়। অনেকে এৰাপাত জুইত সেকি তলপেটত লেপ দিয়ে। শ্বেতপ্ৰদৰ ৰোগতো এৰাপাত সিজাই ৰস খায়। এৰাপাত পুৰি তাৰ ছাই (১ গ্ৰাম) পুৰণা গুড়ৰ লগত খালে পুৰণা কাহ আৰোগ্য হয়। চকুৰঙা পৰিলে (conjunctivitis) এৰাপাত অকণমান গৰম কৰি চেপি ৰস উলিয়াই চকুত এটোপ এটোপকৈ দিয়া হয়। চকুত কুটা পৰিলে এৰাতেল এটোপাল দিলে বেদনা বা উত্তেজনাৰ উপশম হয়। সৰু ল'ৰা-ছোৱালীৰ বদহজমজনিত বায়ু আধিক্যত তলপেটত এৰাপাত জুইত সেকি বা বালি গৰম কৰি এৰাপাতত টোপোলা বান্ধি সেক দিয়ে। সন্তান জন্ম হোৱাৰ পাছত মাতৃৰ বেদনা উপশম হ'বলৈ ধাইসকলে এই বিধান কৰি আহিছে। মাদকদ্ৰব্যৰ বিষক্ৰিয়াত এৰাপাতৰ ৰস খুৱালে বমি হয় আৰু বিষাক্ত দ্ৰব্য ওলাই আহে। এৰাপাত (৫ গ্ৰাম) গাখীৰ (১০০ গ্ৰাম) আৰু আধা লিটাৰ পানীত পগাই তাৰ ৰস খালে মাতৃৰ স্তন-দুগ্ধ বৃদ্ধি পায়। গৰুৰ গাখীৰ বেছি হ'বলৈকো এৰাপাত খুউৱা হয়। এৰাৰ শিপাৰ ৰস বাতৰোগ নাশক। এৰাগুটিৰ বীজ ৪।৫ টা বাটি আহাৰৰ লগত কিছুদিন খালে কোষ্ঠকাঠিন্য দূৰ হয় আৰু প্ৰলেপ দিলে বেছু (eczema) ৰোগত উপকাৰ হয়। বীজৰ বাকলি গাখীৰ আৰু পানীত সিজাই বাতবিষ আৰু গৃধ্ৰসী বাতত (ছায়েটিকা) খাবলৈ দিয়া হয়।



শিপাৰ ৰস জ্বৰনাশক। প্ৰস্ৰাৱ কম হ'লে কেঁচা শিপা (১৫।২০ গ্ৰাম) পানীত পগাই নিতৌ খাবলৈ দিয়ে। চাঁৰ জমা হৈ পেটৰ পৰিধি চম্ভালিব নোৱৰা অৱস্থাত শিপাৰ ৰস ৩।৪ চামোচ ঠাণ্ডা পানীত নিতৌ পুৱা কিছুদিন খালে সুফল পায়। শিপা পিহি দাঁত ঘহিলে দাঁতবিষ নোহোৱা হয়।

## ৰাসায়নিক সংযুতি

Alkaloids—ricinine, toxalbumin ricin, ricinoleate of glycerol, a small quantity of palmitin and stearin, fixed oil

---

# ওলকচু

**Amorphophallus campanulatus** (Roxb) Bl.

Family : Araceae

সংস্কৃত : শূৰণ, অৰ্শঘ্ন
হিন্দী : জামিন কন্দ
বাংলা : ওল
ইংৰাজী : Telugo potato or Elephants' foot

পৰিচিতি

ওলকচু বৰ্ষজীৱী, কন্দোদ্ভৱ উদ্ভিদ। গছ ১ মিটাৰ পৰ্যন্ত ওখ হয়। পাতৰ বিস্তৃতি ছত্ৰাকাৰ। পাত ৩০-৬০ চেমি ডাঙৰ হয়। পাত বহল, খণ্ডিত বা শাখা যুক্ত। পত্ৰিকা আয়তাকাৰ, সূক্ষ্মাগ্ৰ আৰু পত্ৰবৃন্ত ডাঠ সেউজীয়া। একোটা কচু ৩০-৪৫ চেমি ব্যাস পৰ্যন্ত ডাঙৰ হয়। কচুৰপৰা অসংখ্য বগা শিপা গজে। বৰ্ষাকালত ওলকচু গজে, শৰৎ কালৰ আৰম্ভনিৰ লগে লগে পাত হালধীয়া পৰে আৰু কন্দ পূৰঠ হয়।

ওলকচুৰ ২৫ টা প্ৰজাতি এছিয়া আৰু আফ্ৰিকাৰ উষ্ণপ্ৰধান দেশসমূহত পোৱা যায়। তাৰ ভিতৰত ভাৰত আৰু শ্ৰীলংকাত ৭ টা প্ৰজাতি পোৱা যায়। পশ্চিম বংগ, উৰিষ্যা, অন্ধ্ৰপ্ৰদেশ, তামিলনাডু আৰু মহাৰাষ্ট্ৰত ওলকচুৰ ব্যাপকভাৱে খেতি কৰা হয়। অসমৰ প্ৰায় সকলো অঞ্চলতে ওলকচু উৎপন্ন হয়। ইয়াৰ উপৰিও আৰু এবিধ বনৰীয়া ওলকচু পোৱা যায়। ইহঁত অলপ ৰঙচুৱা আৰু ভিতৰৰ আহঁবোৰ অলপ দীঘলীয়া। উদ্ভিদবিদ্যাত ইয়াৰ নাম **Amorphophallus sylvaticum** (Roxb) Kunthl সংস্কৃত নাম



বজ্ৰকন্দ। কন্দত কেলচিয়াম অক্জেলেট থকাৰ বাবে এইবিধ ওলকচু খালে খজুৱায়। বজ্ৰকন্দ চকল চকলকৈ কাটি ৰ'দত শুকুৱাই তৈয়াৰ কৰা 'মদন - মস্ত' নামৰ এবিধ ঔষধ বোম্বাই অঞ্চলত পাৰিবাৰিক চিকিৎসাত ব্যৱহৃত হয়।

প্ৰয়োগ

ওলকচু (কন্দ) শক্তিকাৰক, বদহজম, অৰ্শ, গ্ৰহণী, পেটৰ বিষ, কফ আৰু বাতবিষৰ মহৌষধ। ওলকচুৰ ওপৰত মাটিৰ লেপ দি পুৰি তাক সৰিয়হৰ তেল বা ঘিঁউ আৰু নিমখৰ সৈতে কফ, গ্ৰহণী, অৰ্শজনিত কোষ্ঠকাঠিন্য, আমজনিত শোথ আৰু ৰক্তাশত ব্যৱহৃত হয়। ফোঁহোৰা, খৰ, ঋতুস্ৰাৱ আৰু ৰক্তক্ষৰণৰোধ কৰিবলৈ শিপা ব্যৱহাৰ কৰে। বৃশ্চিক বা মৌ-বৰলৰ দংশনত ওলকচুৰ ৰস লগালে উপশম হয়। ওলকচুৰ কেঁচা আলু উতলা পানীত সিজাই তাৰ ৰসখিনি পেলাই সৰিয়হৰ তেলত পাক কৰি আহাৰ হিচাপে গ্ৰহণ কৰিলে ই এবিধ উৎকৃষ্ট পুষ্টিকৰ খাদ্যত পৰিণত হয়। অসমীয়াত এফাঁকি প্ৰবচনেই আছে—

ভাদত ওল আহিনত কল
কাতিত কচু বঢ়াই বল।

## ৰাসায়নিক সংযুতি

Enzyme, calcium oxalate, protein, carbohydrate, vitamin—A, vitamin—B

---

## কদম

**Anthocephalus cadamba** Miq or
**Anthocephalus indicus** A Rich syn
**Nauclea cadamba** Roxb

Family : Rubiaceae
সংস্কৃত : কদম্ব
হিন্দী : কদম্ব
বাংলা : কদম
ইংৰাজী : Wild cinchona

### পৰিচিতি

কদম এবিধ ওখ পৰ্ণপাতী বৃক্ষ। ইয়াৰ কাণ্ড গোল আৰু পোন। পাত ডিম্বাকৃতি, চমিল, উজল আৰু নিমজ। ফুল পঞ্চাংশক, সৰু, কমলা ৰঙৰ, দলমণ্ডল চুপি আকৃতিৰ, বীজ সৰু আৰু কৌণিক। কদম কাঠ কোমল। ৰঙ বগা বা ৰঙচুৱা।

অসমৰ সকলো অঞ্চলতে কদম গছ উৎপন্ন হয়।

### প্ৰয়োগ

কদম গছৰ পাতৰ ক্বাথ পেটৰ বিষ, মুখ আৰু জীভাৰ ক্ষতত ব্যৱহৃত হয়। ল'ৰা-ছোৱালীৰ কৃমি হ'লে পাতৰ ৰস বা শুকান পাতৰ গুড়ি খুউৱা হয়। ভৰি-হাতৰ তলুৱাৰ পোৰণিত কদম পাতৰ ৰস ঘহা হয়। শালমইনাত কদম পাতৰ লেপ দিলে উপকাৰ পোৱা যায়।

কদমৰ ছাল শক্তিকাৰক, জ্বৰনাশক আৰু সৰ্পদংশনত ব্যৱহৃত হয়। ছাল বাটি অলপ গৰম কৰি লগালে টেমুনা উপশম হয় আৰু



বেদনাও লোপ পায়। চকুৰ জ্বলা-পোৰাত কদম ছালৰ চূৰ্ণ সমপৰিমাণৰ ফিটকিৰিৰ লগত মিহলাই অক্ষিকোটৰৰ কেউফালে দিয়া হয়। শিশুৰ বমি হ'লে ছালৰ ৰস জীৰা গুড়ি আৰু চেনিৰ সৈতে খুউৱা হয়। ইয়াৰ ক্বাথ গৰু গাখীৰত দি খালে মূত্ৰপ্ৰদাহ আৰোগ্য হয়। কদমফুল বীজাণুনাশক। ফুল কুটি পানীত সিজাই তাৰ পানীৰে পুৱা আৰু শোৱাৰ আগে আগে কুলকুলি কৰিলে মুখৰ দুৰ্গন্ধ দূৰ হয় আৰু মুখৰ ক্ষতো আৰোগ্য হয়।

### ৰাসায়নিক সংযুতি

Acids—quinonic acid, cinchotannic acids, tannins

---

## কৰ্দৈ

**Averrhoa carambola** Linn

Family : Oxalidaceae

সংস্কৃত : কৰ্মৰংগ

হিন্দী : কমৰখ

বাংলা : কামৰংগা

ইংৰাজী : Chinese gooseberry

পৰিচিতি

কৰ্দৈ এবিধ চাপৰ অনেক ঠাল ঠেঙুলিযুক্ত গছ। কৰ্দৈৰ পাত ডিম্বাকাৰ বা বল্লমাকাৰ, সূক্ষ্মাগ্ৰ আৰু নিমজ। পাত ৩-৬ চেমি দীঘল হয়। ফুল বগা বা বেঙুনীয়া। ফল পাঁচ সিৰীয়া, ৪-১০ চেমি দীঘল। কেঁচা ফল সেউজীয়া, পকিলে হালধীয়া বৰণ লয় আৰু মিঠা গোন্ধ ওলায়।

পটু গীজসকলে কৰ্দৈৰ সঁচ ভাৰতলৈ আনিছিল। আমাৰ দেশৰ সকলো অঞ্চলতে ইয়াৰ খেতি কম-বেচি পৰিমাণে কৰা হয়।

দ্ৰব্যগুণ

নিউ্ৰীৰপৰা প্ৰকাশিত 'হেলথ বুলেটিন' (১৯৪৯) নামৰ গৱেষণা পত্ৰিকাত প্ৰকাশ যে, পূৰঠ কৰ্দৈ টেঙাৰ ৰস ভিটামিন - এ সমৃদ্ধ। তদুপৰি ইয়াত পোৱা যায় যথেষ্ট পৰিমাণে পটাছিয়াম অকজেলেট (অকজেলিক এচিড)।

কৰ্দৈ কেঁচা আৰু পকা দুয়োটাকে খোৱা হয়।



প্ৰয়োগ

শুকান কৰ্দৈফল শীতলকাৰক। পকা কৰ্দৈৰ ৰস খালে তৃষ্ণা দূৰ হয়। পাণ্ডুৰোগ আৰু অৰ্শ, বিশেষকৈ অভ্যন্তৰীণ ৰক্তাৰ্শত পকা কৰ্দৈৰ ৰস মহৌষধ। পিত্তৰস (Bile) নিঃসাৰক। গতিকে কামলা (জণ্ডিচ্) ৰোগৰ বাবে উপকাৰী।

## ৰাসায়নিক সংযুতি

Vitamin A, potassium oxalate

———

## কলমৌ

**Ipomoea reptans** (Linn) Poir or
**Ipomoea aquatica** Forsk
Family : Convolvulaceae

সংস্কৃত : কলম্বী
হিন্দী : কলমী শাক
বাংলা : কলমী শাক
ইংৰাজী : Swamp cabbage

পৰিচিতি

কলমৌ এবিধ বৰ্ষজীৱী নিমজ জলজ শাকৰন জাতীয় উদ্ভিদ। ইয়াৰ ৰস গাখীৰৰ দৰে বগা, কাণ্ড পানীত ওপঙি থাকে আৰু কাণ্ডৰ গাঁঠিৰপৰা শিপা ওলায়। পাত কুন্তাকৃতি বা হৃদয়াকাৰ। ফুল গুলপীয়া, সাধাৰণতে বৰ্ষা ঋতুত ফুলে। ফল সেউজীয়া।

সমভূমি অঞ্চলৰ অগভীৰ জলাশয়, বিল, পুখুৰী আদিত কলমৌ শাক উৎপন্ন হয়।

প্ৰয়োগ

কলমৌ শাক এবিধ আহাৰ্য। কলমৌৰ ৰস ৰেচক, বমনকাৰী, আফিং আৰু আৰ্চেনিক বিষক্ৰিয়াৰ প্ৰতিকাৰক। বৰল, মৌ-মাখি আদিয়ে ফুটিলে কলমৌ পিহি ৰস লগালে বেদনা উপশম হয়। ইয়াৰ ৰস দুগ্ধবৰ্ধক। মাতৃ-স্তনত গাখীৰৰ অভাৱ হ'লে কলমৌ শাকৰ ৰস খোৱাৰ বিধান আছে। ৩।৪ চাহ চামোচেৰে কলমৌ শাকৰ ৰস ঘিঁউৰ সৈতে মিহলাই পুৱা-গধূলি নিয়মিত খালে মাতৃ-স্তনৰ দুগ্ধ বৃদ্ধি হয়। প্ৰমেহ ৰোগৰ যন্ত্ৰণা আৰু পঁূজ ওলোৱা ক্ষেত্ৰত এই বিধান প্ৰযোজ্য। বসন্তৰোগৰ প্ৰাদুৰ্ভাৱৰ সময়ত কলমৌ শাকৰ



ৰস গৰম গাখীৰৰ সৈতে মিহলাই পুৱা সেৱন কৰিলে বসন্ত ৰোগৰ আক্ৰমণৰপৰা ৰক্ষা পাব পাৰি। মাতৃসকলৰ স্তন টনটনালে কলমৌ শাক পিহি অলপ গৰম কৰি স্তনত সানিলে বা কলমৌ শাকৰ ৰসেৰে স্তন ধুলে যন্ত্ৰণা উপশম হয়।

## ৰাসায়নিক সংযুতি

Hydrocarbons— pentairiacotane triacontane, sterol, acids— melissic acid, beheie acid, butyric acid and myristic acid, essential oil, resin .

## কালমেঘ

**Andrographis paniculata** Nees
Family : Acanthaceae

সংস্কৃত : ভূনিম্ব
হিন্দী : কিৰায়ৎ
বাংলা : কালমেঘ
ইংৰাজী : Creat, King of bitters

পৰিচিতি

কালমেঘ এবিধ একবৰ্ষী শাকবন জাতীয় উদ্ভিদ। ইয়াৰ ঠাৰি চাৰিসিৰীয়া, মিহি আৰু অখণ্ড, দুই মূৰ জোঙা, ৮ চেমিলৈকে পাত দীঘল আৰু ২ চেমি পৰ্য্যন্ত বহল হয়। ফুল সৰু, দীঘলে ১ চেমি, ৰং গুলপীয়া আৰু বুটা বছা। ফল কেপ্‌চুল ১.৫–২ চেমি দীঘল। বীজৰ সংখ্যা ১২ টা। আগষ্ট মাহৰপৰা মে' মাহলৈকে ফুল ফুলে আৰু ফল ধৰে।

অসমৰ সমভূমি অঞ্চলত বিশেষকৈ গোৱালপাৰা জিলাত কাল-মেঘ উৎপন্ন হয়।

দ্রব্যগুণ

১৯১৪ চনত 'আমেৰিকান জাৰ্নাল অব ফাৰ্মাচি' গৱেষণা পত্রি-কাই কালমেঘত এ'ণ্ড্ৰগ্ৰাফ'লিড আৰু 'কালমেঘিন' নামৰ দুবিধ তিতা দ্ৰব্য আৰু এবিধ উদ্বায়ী তেল থকাৰ কথা প্ৰকাশ কৰে। ইয়াৰ আগলৈকে (১৯১১) কালমেঘত এণ্ড্ৰ'গ্ৰাফ'লিড নামৰ মাত্ৰ এবিধ তিতা দ্ৰব্য থকাৰ বিষয়েহে জনা গৈছিল। কালমেঘ সৰ্প-দংশনৰ প্ৰতিকাৰক বুলি বিশ্বাস কৰে যদিও বিজ্ঞানসন্মত কোনো সত্যতা পোৱা নাযায়। কালমেঘত সন্নিপাত জ্বৰ আৰু বীজাণুনাশক গুণ থকাৰ প্ৰমাণ পোৱা গৈছে।



প্ৰয়োগ

কালমেঘ (গছ) জ্বৰনাশক, শক্তিকাৰক, কৃমিনাশক আৰু অজীৰ্ণতাত উপকাৰী। ইনফ্লুৱেঞ্জা জ্বৰৰ প্ৰাদুৰ্ভাৱৰ সময়ত কালমেঘৰ ৰস গ্ৰহণ কৰিলে আক্ৰমণৰপৰা হাত সাৰি থাকিব পাৰি।

বংগ দেশত 'আলুই' নামৰ এবিধ মুষ্টিযোগ তৈয়াৰ কৰোতে কালমেঘৰ ৰস প্ৰধানকৈ ব্যৱহাৰ কৰে। 'আলুই' হ'ল মেলেৰিয়া জ্বৰৰ মহৌষধ। জীৰা, চক্, বৰ ইলাচি—একেলগে কালমেঘৰ ৰসত বাটি সৰু সৰু বড়ি কৰি ৰ'দত শুকুৱাই লোৱা হয়। এই বড়ি মানুহৰ গাৰ্খীৰত ডুবাই পুৰা মৌজোলৰ লগত এটাকৈ খাবলৈ দিয়া হয়। 'আলুই' বড়ি মেলেৰিয়া জ্বৰত কুইনাইনতকৈও অধিক কাৰ্য্যকৰী বুলি চিকিৎসকসকলে অভিমত দিছে।

কালমেঘৰ পাত আৰু শিপা জ্বৰনাশক, পেটৰ বিষ নিবাময়ক শক্তিকাৰক আৰু কৃমিনাশক। সেউজীয়া পাত চকৰ লগত পেটৰ বিষ আৰু কৃমি হ'লে খাবলৈ দিয়া হয়। পাতৰ ৰস, ইলাচি, লং আৰু তেজপাত পিহি ল'ৰা-ছোৱালীৰ পেট কামোৰণি, অনিয়মিত শৌচ, আভোক, দুৰ্বলতা আৰু বদহজমত খাবলৈ দিয়ে। পাতৰ ক্কাথ যকৃতৰ অসুখ, অজীৰ্ণতা, সিৰাৰোগ, উদৰ বায়ু, গ্ৰহণী, দুৰ্বলতা আদিত উপকাৰী।

## ৰাসায়নিক সংযুতি

Alkaloid—Kalmeghin, andrographolide, essential oil

---

# কেহৰাজ

**Eclipta alba** Hassk

Family : Compositae

সংস্কৃত : কেশৰাজ

হিন্দী : ভাঙ্গৰা

বাংলা : কেশুৰ্তে

পৰিচিতি

কেহৰাজ বহু ঠাল-ঠেঙুলিযুক্ত এবছৰীয়া গছ। পাত নোমাল, ১-৫ চেমিলৈকে দীঘল আৰু ৫ মিমি-১৫ মিমি বহল হয়। পাত সাধাৰণতে আয়তাকাৰ, বল্লমাকাৰ বা ডিম্বাকাৰ, খাঁজ কটা, সূক্ষ্মাগ্ৰ আৰু পাতৰ ঠাৰি নিহি। ফুল হালধীয়া, শীৰ্ষভাগ বগা। ফল সৰু। ফুল আগষ্ট-ছেপ্তেম্বৰ মাহত ফুলে আৰু অক্টোবৰ-ডিচেম্বৰ মাহত ফল ধৰে।

আমাৰ দেশৰ সেমেকা অঞ্চলসমূহত প্ৰায় ২০০০ মিটাৰ উচ্চতালৈ কেহৰাজ উৎপন্ন হয়। অসমৰ শিৱসাগৰ আৰু গোৱালপাৰা জিলাত অধিক পৰিমাণে কেহৰাজ পোৱা যায়।

প্ৰয়োগ

কেহৰাজৰ ৰস শক্তিকাৰক, বমনকাৰী, চৰ্মৰোগ, হাপানি, যকৃত, প্লীহা বৃদ্ধি আৰু পাণ্ডুৰোগত ব্যৱহৃত হয়। যকৃৎ দোষ আৰু কেঁচুৰা ল'ৰা-ছোৱালীৰ পানীলগা জ্বৰত মৌজোলৰ সৈতে কেহৰাজৰ ৰস খুউৰা হয়। অধিক মাত্ৰাত ৰস খালে বমি হয়। মূৰৰ কামোৰণি, দাঁতবিষ, চৰ্মৰোগ আৰু চুলি ক'লা কৰিবলৈকো কেহৰাজৰ ৰস ব্যৱহাৰ কৰা হয়।



কেহৰাজৰ পাত শক্তিকাৰক। কাহ, মূৰৰ কামোৰণি, কেশ-পতন, অৰ্শ, যকৃৎ, প্লীহা বৃদ্ধি আৰু পাণ্ডুৰোগত পাতৰ ৰস উপকাৰী। ৰক্তপ্ৰস্ৰাৱত পাতৰ ক্কাথ খুউৰা হয়। সজীৱ পাতৰ ৰস মূৰত ঘহিলে চুলি বৃদ্ধি হয়।

কেহৰাজৰ শিপা বীজাণুনাশক, ৰেচক আৰু বমনকাৰী। মলচূৰ্ণ চৰ্মৰোগ, যকৃত আৰু প্লীহা বৃদ্ধিত ব্যৱহৃত হয়। ক্ষত স্থানত ঘহিলে সোনকালে শুকায়। ঘৰচীয়া জন্তুৰ ঘা আদিতো কেহৰাজৰ মূলচূৰ্ণ বিশেষ উপকাৰী।

## ৰাসায়নিক সংযুতি

Alkaloid—ecliptine, nicotine

---

## কোটাহী বেঙেনা

**Solanum khasianum** Clarke

Family : Solanaceae

সংস্কৃত : কণ্টকাবিকা
হিন্দী : কাটেৰি
বাংলা : কণ্টকাৰী
ইংৰাজী : Wild Eggs plant

পৰিচিতি

কোটাহী বেঙেনা নামনি অসমত কণ্টকাৰী নামে জনাজাত। উদ্ভিদবিদ্ ক্লাৰ্ক-এ খাছিয়া পাহাৰত এই উদ্ভিদ পোনতে চিনাক্ত কৰি ছোলানাম খাছিয়ানাম নাম ৰাখে।

ই এবিধ একবৰ্ষী চাপৰ জোপোহা উদ্ভিদ। কেতিয়াবা এক মিটাৰতকৈও ওখ হয়। পাত ডিম্বাকাৰ, চৌ খেলোৱা, ১২-১৫ চেমি ডাঙৰ আৰু পাতৰ দুয়োপিঠি জোঙা ডাঙৰ কাঁইটেৰে ভৰা। গা-গছো কাঁইট আৰু নোমোৰে ঢকা। ফল ঘূৰণীয়া আৰু ১.৫-২.৫ চেমি ডাঙৰ হয়। কেঁচা অৱস্থাত ফলৰ গাত বগা আৰু সেউজীয়া জাল কটা আঁক থাকে। ফল পকিলে হালধীয়া হয় আৰু আঁকবোৰ অদৃশ্য হৈ পৰে। এজোপা গছত ১০০—১২০ টালৈকে ফল ধৰে। ফুল জানুৱাৰি মাহৰপৰা ফুলে আৰু এপ্ৰিল মাহৰপৰা পূৰঠ হ'বলৈ ধৰে।

কোটাহী বেঙেনা অসমৰ উপৰিও উত্তৰ প্ৰদেশৰ তৰাই অঞ্চল, নেপাল, নীলগিৰি আৰু খাছিয়া পাহাৰত উৎপন্ন হয়।

দ্ৰব্যগুণ

বৰ্তমান কোটাহী বেঙেনাত থকা জন্ম-নিৰোধক ঔষধি গুণৰ বাবে যোৰহাটৰ আঞ্চলিক গৱেষণাগাৰ, ট্ৰম্বেৰ ভাবা পাৰমাণৱিক



গৱেষণা কেন্দ্ৰ আদি প্ৰতিষ্ঠানে কোটাহী বেঙেনাৰ পৰীক্ষামূলক খেতি আৰু ঔষধ নিষ্কাসণৰ ওপৰত গৱেষণা চলাই আছে।

কোটোহী বেঙেনাৰ বীজত ছ'লাছডিন (৫% পৰ্য্যন্ত) নামৰ এবিধ গ্লাইক' এলকেলয়ড পোৱা যায়। ছ'লাছডিন এবিধ ষ্টেৰয়ড হ'ৰমন। এই হ'ৰমন জন্মনিৰোধক হিচাপে ব্যৱহৃত হয়। তদুপৰি ছ'লাছডিন কৰ্টিজন ( Cortisone ) ঔষধৰ প্ৰধান উপাদান।

## ৰাসায়নিক সংযুতি

Solanine, Solasodine

———

## চজিনা

**Moringa oleifera** Lam. syn.
**M. pterygosperma** Gaertn

Family : Moringaceae
সংস্কৃত : শোভাঞ্জন
হিন্দী : সাজনা
বাংলা : সজিনা
ইংৰাজী : Ben oil tree

পৰিচিতি

চজিনা এবিধ মজলীয়া আকাৰৰ গছ। ইয়াৰ বাকলি ডাঠ। বাকলিৰ অন্তৰ্ভাগৰপৰা এবিধ ৰঙচুৱা আঠা ওলায়। শিপা গোন্ধায়। পাত ৩০-৭৫ চেমি দীঘল। পত্ৰিকা ·৫-১ চেমি দীঘল আৰু প্ৰায় ডিম্বাকাৰ। ফুল ২·৫ চেমি ডাঙৰ আৰু মৌৰ দৰে সুগন্ধি। চিৰা ৫০ চেমি পৰ্য্যন্ত দীঘল আৰু ২ চেমিলৈকে বহল হয়। চিৰাৰ গাত দীঘলীয়া সিৰ থাকে। বীজ অনেক। জানুৱাৰি-মাৰ্চ মাহত ফুল ফুলে আৰু মাৰ্চ-মে' মাহত ফল ধৰে।

ভাৰতৰ সকলো অঞ্চলতে চজিনা গছ ৰোপণ কৰা হয়।

দ্ৰব্যগুণ

চজিনাত এমিন' এচিড পোৱা যায়। ই যকৃৎ, প্লীহা, সিৰাৰ বেদনা, ধনুষ্টংকাৰ আৰু একাংগী ৰোগত ব্যৱহৃত হয়।

প্ৰয়োগ

চজিনাৰ শিপা শক্তিকাৰক, জ্বৰনাশক, অজ্ঞান, বাতবিষ, কৃমি, পেটৰ বিষ, গৰ্ভপাত, মূৰ ঘূৰণি, মৃগীৰোগ আৰু বাতুলতাৰ ঔষধ।



শিপাৰ ছাল বীজাণু আৰু বেদনানাশক। গছৰ ছাল গৰ্ভপাত কৰাত ব্যৱহৃত হয়। ফুল শক্তিকাৰক আৰু কামোদ্দীপক। বীজৰ তেল বাতবিষত মালিচ কৰা হয়। আফ্ৰিকাৰ চজিনা গুটিৰপৰা 'বেন অয়ল' প্ৰস্তুত কৰা হয়। এই তেল বাতবিষ আৰু ঘড়ী মেৰামতি কৰাত ব্যৱহাৰ হয়। ফুল শক্তিকাৰক, জ্বৰ, কাহ, শোথৰোগ, বাতবিষ, প্লীহা আৰু যকৃৎদোষ আৰু বসন্তৰ প্ৰতিষেধক ৰূপত ব্যৱহৃত হয়। ই কৃমিনাশক আৰু কামোদ্দীপক। পাত পেটৰ অসুখত উপকাৰী। আঠা দাঁত পোকে খোৱা আৰু কাণৰ বিষত প্ৰয়োগ হয়। গুটি উপদংশৰোগৰ ঔষধ।

চজিনা পাত বান্ধি খালে জ্বৰ ভাল হয়। পাতৰ ৰস ২।৫ টোপাল গাখীৰৰ সৈতে নিতৌ খালে হেঁকটি অহা বন্ধ হয়। চজিনা পাতৰ পাচন তিলতেলৰ সৈতে মিহলাই অৰ্শত লেপ দিলে বেদনা দূৰ হয়। পাতৰ পাচন দাঁতৰ আলুত লেও দিলে দাঁতৰ আলু ফুলা জামৰে আৰু বিষ নোহোৱা হয়।

বাম্বিজ চিকিৎসকসকলৰ মতে চজিনাৰ পকা পাতৰ ৰস আহাৰৰ আগে আগে গ্ৰহণ কৰিলে (২।৩ চামোচ) সপ্তাহটোৰ ভিতৰতে উচ্চ ৰক্তচাপ কমে। কিন্তু তেজত শৰ্কৰা থাকিলে এই বিধি নিষেধ।

চজিনা শিপাৰ ছালৰ লেও দিলে খৰ, খজুৰতি ভাল হয়। ভগন্দৰ ৰোগত শিপাৰ ছাল আৰু বটগছৰ কুঁহিপাত বাতি অৰ্ন্ত-প্ৰয়োগ কৰিলে আৰোগ্য হয়। চজিনা ছাল বাটি তলপেটত প্ৰলেপ দিলে পাথৰি ৰোগত (অস্মৰীৰোগ) সুফল পোৱা যায়। শ্লীপদৰোগত বগা সৰিয়হ আৰু চজিনা ছাল বাটি গৰম কৰি প্ৰলেপ দিয়া হয়। মূৰ কামোৰণিত ছাল বাটি কপালত লেও দিয়ে। কাণৰ বিষত ছালৰ ৰস তিল তেলৰ লগত পগাই কুহুমীয়া গৰম কৰি কাণত এটোপ

এটোপকৈ দিলে কাণৰ পুঁজ, কাণৰ বিষ আদি নোহোৱা হয়। চজিনা গুটিৰ তেল কুষ্ঠৰোগৰ প্ৰথম অৱস্থাত ব্যৱহাৰ কৰা হয়। সৈন্ধৱ লোণ, চজিনা গুটি, বগা সৰিয়হ বাটি নাকেৰে শুঙিলে সন্নিপাত জ্বৰত ৰোগীৰ টোপনি আহে।

## ৰাসায়নিক সংযুতি

Alkaloids-- moringine, moringinine from root barks, flowers contain amorphous base, antibiotic pterygospermin active against both gram-positive, gram-negative and acid-fast bacteria.

---



## জামু

**Syzygium cumini** (Linn) Skeels syn.
**Eugenia jambolana** Lam
Family : Myrtaceae

সংস্কৃত : জম্বু
হিন্দী : জামুন
বাংলা : জাম
ইংৰাজী : Black Plum, Jambul, Blackberry.

### পৰিচিতি

জামু এবিধ ওখ চিৰসেউজ বৃক্ষ। গছৰ ছাল মুগা বা পাতল ধোঁৱা বৰণীয়া। পাত অভিমুখী, ৮–২০ চেমি পৰ্যন্ত দীঘল, মিহি উজ্বল আয়তাকাৰ আৰু ডিম্বাকাৰ। ফুল সৰু আৰু শ্বেত-সেউজ, থোপা পাতি ফুলে আৰু সুগন্ধী। ফল ১·৫–৪ চেমি ডাঙৰ, ডিম্বাকাৰ, কেঁচা অৱস্থাত বেঙুনীয়া আৰু পকিলে ক'লা, ৰসাল আৰু উজ্বল হয়। ফল একবীজী। ফুল এপ্ৰিল-মে' মাহত ফুলে আৰু জুন-জুলাইত ফল ধৰে।

জামুগছ সাধাৰণতে পৰ্ণপাতী অৰণ্যত, বিশেষকৈ জান-জুৰিৰ পাৰত গজা দেখা যায়। অসমৰ প্ৰায় সকলো অঞ্চলতে উৎপন্ন হয়।

### প্ৰয়োগ

জামুবীজৰ ৰস বহুমূত্ৰৰ ঔষধ হিচাবে দেশীয় বৈদ্যসকলে অতীজৰেপৰা ব্যৱহাৰ কৰি আহিছে। পেৰিছৰ পৰা প্ৰকাশিত এখন গৱেষণা পত্ৰত প্ৰকাশ যে, জামুগুটিৰ ৰসৰ বেজী কুকুৰৰ শৰীৰত প্ৰয়োগ কৰাৰ ফলত 'ব্লাড ছুগাৰ' উল্লেখনীয়ভাৱে হ্ৰাস পায়। জামু-

বীজত পোৱা গ্লুক'ছাইড জাম্ব'লিনে অধিক গ্লুক'জ উৎপন্ন হোৱাৰ ক্ষেত্ৰত শ্বেতসাৰক শৰ্কৰালৈ ৰূপান্তৰ ঘটাত অন্তৰায় সৃষ্টি কৰে ।

জামুপাতৰ ৰস ৰক্তৰোধক, গ্ৰহণী আৰু ৰক্ত আমাশয়ৰ ঔষধ। কেঁচা পাতৰ ৰস ২।৩ চামোচ কুহুমীয়া গৰম কৰি খালে আমাশয় আনকি ৰক্তামাশয়ো আৰোগ্য হয়। তেজ গ্ৰহণীত জামু, আম আৰু আমলখী পাতৰ ৰস মৌজোলৰ সৈতে খাবলৈ দিয়ে। একেলগে জ্বৰ, পেটৰ অসুখ আৰু শৌচ হ'লে জামুপাতৰ ৰস অলপ গৰম কৰি খাবলৈ দিয়া হয়। পিত্তৰোগৰ বমি হ'লে এখিলা বা দুখিলা জামু পাত পানীত সিজাই তাৰ ৰসত কেইটোপালমান মৌজোল মিহলাই খুউৱা হয়। কাটিলে জামুপাতৰ ৰস লগালে তেজ ওলোৱা বন্ধ হয়। জামুপাত আৰু ছালত থকা টেনিনে ৰক্তৰোধৰ কাম কৰে। জামুছালৰ ৰস ৰক্তৰোধক, গ্ৰহণী, ৰক্তামাশয় আৰু ঋতুস্ৰাৱৰ ঔষধ। ছালৰ পাচন দাঁতৰ আলু ফুলা, ডিঙি, ('পেলুত নেমু, নেলুত জামু!') মুখৰ ক্ষত আৰু জুয়ে পোৰাত ব্যৱহৃত হয়। মাত ভাগিলে আৰু আলু ফুলিলে কুলকুলি কৰা হয়। পকা জামুৰ ৰস ৰক্তৰোধক, পেটৰ বিষ, কৃমিনাশক আৰু মূত্ৰকাৰক। প্লীহা বৃদ্ধি আৰু প্ৰস্ৰাৱ দুৰ্গন্ধ ৰোগতো জামুৰস উপকাৰী। জামুগুটি ৰক্তৰোধক আৰু বহুমূত্ৰৰ ঔষধ। জামু গুটিৰ **ৰস** খালে প্ৰস্ৰাৱত চেনিৰ পৰিমাণ কমি আহে। পকা জামু আৰু আম সমপৰিমাণত খালে বহুমূত্ৰৰোগীৰ তৃষ্ণা দূৰ হয়। জামু আৰু আমৰ বীজচূৰ্ণ প্লীহা বৃদ্ধিত খায়। বদহজম আৰু গ্ৰহণীত শুকান গুটিৰ ৰস উপকাৰী।

## *ৰাসায়নিক সংযুতি*

Alkaloids—jambosine, glycoside—jamboline, acids—ellagic acid, tannin, essential oil



## *জিলমিলশাক*

**Chenopodium album** Linn

Family : Chenopodiaceae

সংস্কৃত : বাস্তুক
হিন্দী : চন্দন বেতো
বাংলা : বেতো শাক
ইংৰাজী : Goose foot

পৰিচিতি

জিলমিল এবিধ গুল্ম জাতীয় উদ্ভিদ। ইয়াৰ পাত তুলসীপাতৰ দৰে দাঁতি টৌ খেলোৱা, ত্ৰিকোণাকৃতি বা বল্লমাকাৰ, সূক্ষ্মাগ্ৰ বা স্থূলাগ্ৰ। পাত ১০-১৪ চেমি দীঘল হয়। ঠাৰি ৩০ চেমিৰপৰা ৩ মিটাৰ পৰ্য্যন্ত দীঘল। বীজ মিহি।

জিলমিলশাক সকলো অঞ্চলতে বিশেষকৈ সৰিয়হৰ খেতিৰ মাজে মাজে অধিক উৎপন্ন হোৱা দেখা যায়।

প্ৰয়োগ

জিলমিলশাক ৰেচক আৰু কৃমিনাশক। অম্ল, কোষ্ঠকাঠিন্য, বাতবিষ, প্লীহা বৃদ্ধি আৰু পিত্তজনিত ৰোগত ব্যৱহাৰ কৰা হয়। জিলমিলশাক পিহি দৈ মিহলাই খালে আমাশয় উপশম হয়। শুকান কাহত জিলমিলশাক উপকাৰী। জিলমিলশাকৰ ৰস কুহুমীয়া গৰম ম'হৰ গাখীৰত মিহলাই খালে ৰক্তাৰ্শৰ ৰক্তক্ষৰণৰোধ কৰে।

## *ৰাসায়নিক সংযুতি*

Saponin, carotene, vitamin C, sterol, essential oil

## জেতুকা

**Lawsonia inermis** Linn syn.
**Lawsonia alba** Lam
Family : Lythraceae

সংস্কৃত : মদয়ন্তিকা
হিন্দী : মেহেন্দি, হিনা
বাংলা : মেদি
ইংৰাজী : Henna plant, Mignonette tree

পৰিচিতি

জেতুকা এবিধ অসংখ্য ঠাল-ঠেঙুলিযুক্ত জোপোহা গছ। ঠাৰি চাৰি সিৰীয়া। পাত অভিমুখ, ২-৩ চেমি দীঘল, প্ৰায়ে সূক্ষ্মাগ্ৰ আৰু জোঙা। ফুল সৰু, বগা বা বেঙুনীয়া, সুগন্ধি আৰু থোপা পাতি ফুলে। ফল সৰু, ঘূৰণীয়া আৰু বীজ অসংখ্য।

জেতুকা প্ৰায় সকলো অঞ্চলতে ৰোপণ কৰা হয়।

জেতুকাৰ ব্যৱসায়িক নাম হিনা (Hina)। হিনা আৰবী শব্দ। আনহাতে 'মেন্ধ' শব্দৰ পৰা মেন্ধিকা, মদয়ন্তিকা, মেহেদি, মেদি আদি শব্দৰ উৎপত্তি হৈছে।

ভাৰতীয় বৈজ্ঞানিকসকলে জেতুকাপাতত লছ'ন নামৰ এবিধ ৰঞ্জক পদাৰ্থ আৱিষ্কাৰ কৰিছে।

প্ৰয়োগ

জেতুকাৰ পাত, ছাল, ফুল আৰু বীজ ঔষধি হিচাবে দেশীয় বৈদ্যসকলে ব্যৱহাৰ কৰি আহিছে।



জেতুকাপাত পাণ্ডুৰোগ, স্বপ্নদোষ, মূৰৰ কামোৰণি, হাত-ভৰি পোৰণি, ৰক্তৰোধ আৰু গল কতত ব্যৱহৃত হয়। জেতুকাপাতৰ ৰস অলপ গৰম কৰি কাণগাঁৰ অসুখত কাণত দিলে কাণৰপৰা পূঁজ ওলোৱা বন্ধ হয়। পাতৰ ৰসত খয়েৰৰ ৰস মিহলাই দাঁতৰ আলুৰ গুৰিত লগালে পায়'ৰিয়া ভাল হয়। বাতবিষত পাতৰ মণ্ড সানিলে বেদনা দূৰ হয়। জেতুকাপাতৰ ৰস গাখীৰ আৰু চেনি মিহলাই খালে স্বপ্নদোষ আৰোগ্য হয়। এই বিধান শ্বেতপ্ৰদৰ ৰোগতো প্ৰযোজ্য। মুখৰ ভিতৰত হোৱা কত বা ডিঙিৰ কতত পাত সিজাই তাৰ ৰস কুলকুলিয়ায়। বসন্তৰোগৰ আৰম্ভণিতে ভৰিৰ পটাত জেতুকা বাটি লগালে চকুত বসন্ত নোলায় বুলি অনেকে বিশ্বাস কৰে। কেশপতনত বিসকলে অন্যান্য ঔষধ ব্যৱহাৰ কৰি সুফল পোৱা নাই, সেই সকলে শিলিখা এটা, ১০-১৫ গ্ৰাম জেতুকাপাত (লগত কেহৰাজৰ পাত দিলে আৰু ভাল) খুন্দি পানীত পগাই ডাঠ কৰি মূৰত ঘহি চাব পাৰে। জেতুকা পাত, ডালিমৰ কুঁহিপাত বা চাহৰ কুঁহিপাত একেলগে পিহি (বা কেৱল জেতুকাপাত) হাত আৰু নখত লগালে জেতুকাবুলীয়া হয়। নখ আৰু চৰ্মৰোগত জেতুকা উপকাৰী। পাতৰ মণ্ড কপালত প্ৰলেপ দিলে মূৰৰ কামোৰণি শাম কাটে আৰু ভৰিত সানিলে ভৰিৰ পোৰণি কমে। তদুপৰি পাত যক্ষ্মাৰোগ, সন্নিপাত জ্বৰ আৰু ৰক্তক্ষৰণত কাৰ্য্যকৰী। জেতুকা ৰং বস্ত্ৰ ৰং কৰাতো ব্যৱহৃত হয়। খয়েৰ আৰু নীলৰ সৈতে পাতৰ ৰস মিহলাই ৰং চুলি কৰাতো ব্যৱহাৰ কৰে। জেতুকা গছৰ বাকলি পাণ্ডুৰোগ, প্লীহা বৃদ্ধি, প্ৰস্ৰাৱৰোগ, চৰ্মৰোগ, কুষ্ঠৰোগ, অতিৰজঃ আৰু অগ্নিদগ্ধত ব্যৱহৃত হয়। জেতুকাফুল শীতল আৰু নিদ্ৰাকাৰক।

### ৰাসায়নিক সংযুতি

Glycoside, colouring agents—lawsone (2—hydroxy—α nepththoquinone), hennotannic acid, fatty alcohols, essential oil]

## টুবুকী লতা

**Cissampelos pareira Linn**

Family : Menispermaceae

সংস্কৃত : অৱিদ্ধকৰ্ণী

হিন্দী : আকনাদী

বাংলা : পাঠা

ইংৰাজী : Velvet leaf

পৰিচিতি

টুবুকী লতা এবিধ বগা আঁঠা ওলোৱা সৰু সৰু ঘূৰণীয়া পাতৰ লতা। টুবুকা শব্দৰ অৰ্থ হ'ল সৰু আৰু ঘূৰণীয়া। টুবুকী লতা বছৰে বছৰে হয় যদিও ইয়াৰ মূলকাণ্ড বহু বছৰলৈ জীয়াই থাকে। পাতৰ আকাৰ ২–১০ চেমি লৈ ডাঙৰ হয়। পাত ঘূৰণীয়া বা খৰ্বাগ্ৰ। পুংপুষ্প নিয়তাক্ষীয়, বেটুপাত ৪–৬ খন আৰু পাহি ৪ খনকৈ থাকে। স্ত্ৰীপুষ্প অসীমাক্ষ। অষ্ঠিফল ৪–৫ চেমি ডাঙৰ, পকিলে ৰঙা হয়। ফুল অক্টোবৰ–জানুৱাৰিত ফুলে আৰু মাৰ্চ–মে' মাহৰ ভিতৰত ফল ধৰে।

টুবুকী লতা অসমৰ সকলো অঞ্চলতে বিশেষকৈ মাজুলী অঞ্চলত প্ৰচুৰ পৰিমাণে পোৱা যায়।

প্ৰয়োগ

টুবুকী লতা জ্বৰ, অজীৰ্ণতা, শোথৰোগ, বৃক্কৰ ৰোগ আদিত বৈদ্যসকলে প্ৰয়োগ কৰি আহিছে। সাধাৰণতে দক্ষিণ আমেৰিকাৰ পৰা আমদানি কৰি আনিব লগা pareira (d—tubocurarine) নামৰ ঔষধৰ পৰিবৰ্তে টুবুকী লতা ব্যৱহৃত হয়।



টুবুকী লতাৰ ৰস মূত্ৰাশয়ৰ স্ফীতি, মূত্ৰপথ আৰু মূত্ৰৰোগৰ ঔষধ। ইয়াৰ ৰসে শৌচ খোলোচা কৰে। শিপাৰ ৰস তিতা, জ্বৰনাশক, মূত্ৰকাৰক, ৰেচক, পেটৰ বিষ, অজীৰ্ণতা, বদহজম, শোথৰোগ, কাহ, সৰ্পদংশন আৰু মূত্ৰৰোগৰ ঔষধ।

ভাৰতীয় চেণ্ট্ৰেল ড্ৰাগ ৰিচাৰ্চ্চ ইন্সটিটিউটৰ বৈজ্ঞানিকসকলে লক্ষ্ণৌৰ কে, জি, মেডিকেল কলেজৰ ডেৰশজন ৰোগীৰ ওপৰত টুবুকী লতাৰপৰা তৈয়াৰ কৰা হেয়েটিন মেথিঅ'ডাইড নামৰ ঔষধ প্ৰয়োগ কৰি পেশী সংকোচন আৰোগ্য কৰিবলৈ সক্ষম হৈছে (১৯৬৬)। তদুপৰি তেওঁলোকে টুবুকী লতাত ছবিধ উপক্ষাৰ বিশ্লেষণ কৰি পাইছে।

## ৰাসায়নিক সংযুতি

Alkaloids—sepeerine, bebeerine, cissampeline, hyatinin, hyatin, hyatin methodide; saponin, sterol, ammonium bases

————

## টেঙেচি শাক

**Oxalis corniculata** Linn

Family : Oxalidaceae

সংস্কৃত : সুনিষণ্ণক
হিন্দী : চৌপতিয়া
বাংলা : সুষুণীশাক
ইংৰাজী : The wood sorrel

পৰিচিতি

সংস্কৃতত টেঙেচিশাকৰ আন এটা নাম চতুষ্পত্ৰী। হিন্দীৰ চৌপতিয়া শব্দ ইয়াৰে অপভ্ৰংশ। টেঙেচিশাকৰ পাত চাৰি ভাগত বিভক্ত। ই এবিধ মাটিত বগোৱা শাকবন। ইয়াৰ গাঁঠিৰপৰা ওলোৱা শিপাই মাটিত খোপনি পুতি বিস্তাৰ লাভ কৰে। পাতৰ ঠাৰি মিহি আৰু দীঘলীয়া। ঠাৰিৰ আগত একোখনকৈ পাত লাগে। শীত-কালত টেঙেচিশাকৰ বীজ লাগে।

প্ৰয়োগ

টেঙেচি শাক এহাতে ঔষধি আৰু আনহাতে এবিধ আহাৰ্য্য। টেঙেচি শাক পুৰণা জ্বৰ, মেহ আৰু কুষ্ঠৰোগৰ পথ্য হিচাপেও ব্যৱহৃত হৈ আহিছে।

শ্বাসকষ্ট আৰু প্ৰস্ৰাৱৰ পোৰণিত টেঙেচি শাকৰ ৰস উপকাৰী। ৰস খালে প্ৰস্ৰাৱৰ পোৰণি কমে আৰু ভাল টোপনিও আহে। টেঙেচি শাক নিয়মিত খালে মেধা শক্তি বাঢ়ে। টেঙেচি শাকৰ ৰস গাৰু ঘিঁউত ভাজি পুৰা ২।১ চামোচ নিয়মিত খালে স্মৃতি শক্তিও বৃদ্ধি পায়। শুলে টোপনি নাহে, দুশ্চিন্তা, পাতল টোপনি –এনে



অৱস্থাত ইয়াৰ ৰস গাখীৰত মিহলাই খালে এনে লক্ষণসমূহ দূৰ হয়। ৰক্তচাপত কেঁচা টেঙেচি বটি পানীত মিচিৰি বা চেনি মিহলাই চৰবৎ কৰি খালে উপকাৰ পোৱা যায়। বহুমূত্ৰ বা অম্লৰোগত চেনি বা মিচিৰি নিদি কেৱল ৰসকে খোৱা উচিত। বিষাক্ত কীটৰ দংশনত শাকৰ ৰস লগালে বেদনা উপশম হয়। টেঙেচিৰ ৰস চেনিৰ সৈতে খালে মদৰ নিচাও দূৰ হয়।

## ৰাসায়নিক সংযুতি

Ketonic constituents—marsiline, 3—hydroxytriacontane, alcoholic constituents—hentriacontan—16-01, sterol—betasitosterol, normal hydrocarbons, methylamine, saponin.

---

# ডালিম

**Punica grantum** Linn
Family : Punicaceae

সংস্কৃত : দাড়িম্ব
হিন্দী : গুলনাৰি
বাংলা : দালিম
ইংৰাজী : Pomgranate

পৰিচিতি

ডালিম এবিধ চাপৰ পৰ্ণপাতী গছ। ইয়াৰ ছাল মিহি, ধোঁৱা বৰণীয়া, পাতল আৰু সৰু সৰু কাঁইটেৰে সজ্জিত। পাত বিপৰীত মুখী, ২.৫–৬.৩ চেমি দীঘল, বল্লমাকাৰ, দীঘলীয়া, মিহি আৰু উজ্জ্বল। ফুল ৩.৮–৫ চেমি দীঘল, সাধাৰণতে অকলশৰে ফুলে। কেতিয়াবা একেলগে দুই-তিনিটাকৈ ফুল ফুলে। বৃতিনলী ঘণ্টাকৃতি। ফল ৩.৮–৭.৫ চেমি ডাঙৰ, ঘূৰণীয়া, ফলৰ বাকলি চৰ্মিল আৰু কাঠল। বীজ ৰসাল আৰু অসংখ্য।

ডালিমগছ ভাৰতৰ সকলো অঞ্চলতে পোৱা যায়। সাধাৰণতে ইয়াক ৰোপণ কৰা হয়।

প্ৰয়োগ

ডালিমৰ শিপা, বাকলি আৰু কাণ্ডৰ ছাল ৰক্তৰোধক আৰু কৃমিনাশক; বিশেষকৈ ৰস ফিটাপেলুত উপকাৰী।

ডালিমৰ চোকোৰা অজীৰ্ণতা আৰু আমৰক্তৰ ঔষধ। ডালিমৰ বীজ পেটৰ বিষনাশক। ফলৰ ৰস স্নিগ্ধকাৰক। (পেটৰ বিষত ডালিম, কঁকাল বিষত হালিম!)



ডালিমৰ চোকোৰাৰ গুড়ি মৌজোলৰ লগত (১:৩ পৰিমাণত) অতিসাৰ ৰোগত নিয়মিত খালে আৰোগ্য হয়। কেৱল চোকোৰাৰ ৰসো উপকাৰী। ডালিমৰ কেঁচা পাত ছাগলী গাখীৰত পগাই ৰস খালে ৰক্তাতিসাৰত সুফল পোৱা যায়। গাখীৰৰ সলনি মৌজোল মিহলাই খালেও একে ফল পোৱা যায়। ডালিম ফুলৰ ৰসত অলপ নিমখ দি খালে অজীৰ্ণতা দূৰ হয়। ৰক্তপ্ৰদৰ ৰোগত ফুল পিহি মৌজোলৰ লগত খাবলৈ দিয়ে। ফুল ছাগলী গাখীৰত মোহাৰি খাবলৈ দিলে সৰু ল'ৰা-ছোৱালীৰ কফ নিৰাময় হয়। ৰক্তপিত্তত ফুলৰ ৰস এচামোচকৈ নিয়মিত কিছুদিন খালে ৰক্তক্ষৰণ বোধ হয়। এৰঁা ভগা অৰ্থাৎ নাকেৰে তেজ গ'লে (ৰক্তচাপত নহয়) ফুলৰ ৰস নাকেৰে উজালে তেজ ওলোৱা বন্ধ হয়। ইয়াৰ ৰসৰ লগত ডুবৰিবনৰ ৰস আৰু শিলিখা তিউৰা পানী মিহলাই উজালে শীঘ্ৰে ফল পায়। শ্বেতপ্ৰদৰ ৰোগত ফুল ২।৩ টা পিহি, বগা চন্দন পিহাত মিহলাই পানী বা গাখীৰৰ লগত খালে ৰোগ উপশম হয়। ডালিমৰ ছাল তেজগ্ৰহণীত উপকাৰী। ডালিমৰ শিপাৰ ছালৰ গুৰি অলপ চূণৰ পানীত মিহলাই খালে কৃমি নাশ হয়। আনকি ফিটা পেলুও মৰে। শিপাৰ ক্বাথ তিলতেল মিহলাই খালেও কৃমি নাশ হয়। শ্বেতপ্ৰদৰ ৰোগত শিপাৰ ছালৰ ৰস খাবলৈ দিয়ে। শিপাৰ পাচন মেলেৰিয়া জ্বৰৰ প্লীহাবৃদ্ধিত ফলদায়ক। এই পাচন পানীত মিহলাই কুলকুলি কৰিলে মুখ আৰু ডিঙিৰ ভিতৰৰ ক্ষত আৰোগ্য হয়। যোনি আৰু মলদ্বাৰৰ ঘা ইয়াৰ ৰসেৰে ধুলে ভাল হয়।ডালিম গুটিৰ ৰসত এটুকুৰা পৰিষ্কাৰ লো জুবুৰিয়াই নিশাটো থৈ পুৱা অলপ চেনি মিহলাই কিছুদিন খালে যকৃতৰ দোষ দূৰ হয়।

## ৰাসায়নিক সংযুতি

Alkaloids—pseudo-pelletierine, pellatierine, isopelletirine, methylpelletirine, vitamin B, vitamin C, mannitol, sorbitol

# ডুবৰি

**Cynodon dactylon** (Linn) Pers

Family : Gramineae

সংস্কৃত : দূৰ্বা
হিন্দী : ধুব
বাংলা : দূৰ্বা
ইংৰাজী : Bermuda grass,

## পৰিচিতি

ডুবৰি এবিধ বহুবৰ্ষী ঘাঁহ। ইয়াৰ তৃণকাণ্ড ৩০ চেমি পৰ্য্যন্ত দীঘল হয়। কাণ্ড মিহি। পাত নিমজ, ৰেখাকাৰ, সূক্ষ্মাগ্ৰ, ২-১৫ চেমি দীঘল আৰু ৩ মিমি লৈকে বহল হয়। তুষপত্ৰ বল্লমাকাৰ। প্ৰমেয়িকা (lemma) পোনতে ২.৫ মিমি দীঘল হয়। পৰাগ-কোষ আয়তাকাৰ, ১.২৫ মিমি দীঘল আৰু শস্য ১.২৫ মি মি দীঘল হয়।

ডুবৰিবন সকলো অঞ্চলতে পোৱা যায়।

## প্ৰয়োগ

ডুবৰিবনৰ ৰস ৰক্তৰোধক, মূত্ৰকাৰক, শোথৰোগ, মৃগীৰোগ, গ্ৰহণী, বদহজম, চকুৰঙা পৰা আদি অনেক ৰোগত ব্যৱহৃত হয়।

অজীৰ্ণতা, আমাশয় আৰু ৰক্তামাশয় ৰোগত ডুবৰি জামুপাতৰ লগত একেলগে পিহি তাৰ ৰস গৰম কৰি গাখীৰৰ লগত খাবলৈ দিয়া হয়।

ডুবৰিবন ৰক্তৰোধক। ৰক্তাৰ্শত ডুবৰিৰ ৰসত চেনি দি নিতৌ খালে তেজপৰা বন্ধ হয়। নাকৰপৰা তেজ ওলালে অৰ্থাৎ এৰাঁ ভাঙিলে ডুবৰিবন শুঙিলে তেজ ওলোৱা বন্ধ হয়।



ডুবৰিবনৰ শুকান গুড়িৰে দাঁত মঞ্জন কৰিলে পায়'ৰিয়া ভাল হয়। ডুবৰিবনত আৰৈ চাউল মিহলাই ধুই পিহি সামান্য চেনি দি ৰস খালে শ্বেতপ্ৰদৰ উপশম হয়। এই ৰোগত ডুবৰি আৰু কেঁচা হালধি সমান পৰিমাণত লৈ বা কেৱল ডুবৰি ৰস (২।৩ চামোচ) কেঁচা গাখীৰত মিহলায়ো খাবলৈ দিয়ে। প্ৰস্ৰাৱ বেদনাত ডুবৰি ৰসউপকাৰী। ডুবৰিবনৰ ৰস বমন নিবাৰক। ইয়াৰ এচামোচ ৰস চেনি মিহলাই অলপ অলপকৈ চেলেকি খালে বমি ৰোধ হয় আৰু বমি ভাবো দূৰ হয়। ৰক্তপিত্তত ডুবৰিবনৰ ৰস চেনিৰ লগত খায়। ইয়াৰ ৰস, নাৰ্জী পাতৰ ৰস আৰু বিহলঙনিৰ ৰস একেলগে বান্ধি ৰাখিলে ক্ষতস্থানৰ ৰক্তক্ষৰণ বন্ধ হয়। কেৱল ডুবৰি বাটি লগালেও কটা বা ঘাৰপৰা ওলোৱা তেজ বন্ধ হয়। ডুবৰিৰ ৰস মূৰত ঘহিলে চুলিসৰা কমে। ডুবৰিবনৰ শিপা মূত্ৰকাৰক, শোথৰোগ, প্ৰমেহ ৰোগ, ৰক্তাৰ্শ আৰু শিপাৰ ৰস দৈৰ লগত মিহলাই খালে ক্ৰ'নিক গ্লিট ৰোগ আৰোগ্য হয়। শিপাৰ চূৰ্ণ আৰু বৰ-ইলাচীৰ ক্কাথ খালে বমি ৰোধ হয়।

## ৰাসায়নিক সংযুতি

Terpenoid constituents—28 triterpenes and its methyl ethers, sterols, fatty acid

## তৰুৱা কদম

**Acacia arabica** Wild

Family : Leguminosae

| | | |
|---|---|---|
| সংস্কৃত | : | বৰ্বুৰ |
| হিন্দী | : | কীকৰ |
| বাংলা | : | বাবলা |
| ইংৰাজী | : | Babul tree |

পৰিচিতি

তৰুৱা কদম এবিধ মজলীয়া আকাৰৰ কাঁইটীয়া গছ। গছ ১০ মিটাৰ পৰ্য্যন্ত ওখ হয়। ইয়াৰ পাত সৰু আৰু ঠাৰিৰ দুয়োকাষে ১০-১২ যোৰকৈ লাগে। ফুল ঘূৰণীয়া আৰু হালধীয়া। ফল—চিৰা আৰু ১০-১৫ চেমি দীঘল, ১-১.৫ চেমি বহল আৰু আঠাযুক্ত হয়। ভিতৰত ৮।১০ টাকৈ বীজ থাকে।

ভাৰতৰ সকলো অঞ্চলতে তৰুৱা কদম পোৱা যায়।

প্ৰয়োগ

'কুমলীয়া পাত আৰু কোঁহ কাহ, প্ৰমেহ আৰু শ্বেতপ্ৰদৰ ৰোগত ব্যৱহৃত হয়। কুঁহিপাত, চেনি আৰু অলপ পানী মিহলাই বটি নিতৌ তিনিবাৰকৈ খালে কাহ ভাল হয় আৰু কফ বাহিৰ হয়। এই বিধান বদহজম আৰু তেজগ্ৰহণীতো প্ৰযোজ্য। কুঁহিপাতৰ ক্কাথ' প্ৰমেহ আৰু শ্বেতপ্ৰদৰ ৰোগত ডুছ দিয়া হয়। দাঁতৰ আলু ফুলিলে, ডিঙিৰ ক্ষত আৰু স্বৰসুৰণিত পাত বা ছালৰ ৰস পানীত দি কুলকুলি কৰে। ক্ষত বা ঘাবপৰা তেজ ওলালে ৰস লগালে তেজ বন্ধ হয় আৰু ঘা শীঘ্ৰে শুকায়। কৰ্ণমূল (mums) ৰোগত কাণৰ তলৰ পৰা গাল ফুলে, অসহ্য বেদনা হয় আৰু জ্বৰ উঠে।



এনে অৱস্থাত তৰুৱা কদমৰ পাত (১০ গ্ৰাম) আৰু খয়েৰ ( ২ গ্ৰাম ) একেলগে পিহি লেও দিলে সোনকালে আৰোগ্য হয়। সৰু ল'ৰা-ছোৱালীৰ চকু জ্বলা-পোৰা ৰোগত পাত বা ছালৰ ৰস লগায়। পাতৰ ছাইত নাৰিকল তেল মিহলাই গাত ঘহিলে চৰ্মৰোগ ভাল হয়।

তৰুৱা কদমৰ বাকলিত টেনিন আৰু গেলিক এচিড থাকে। ই অতি শক্তিকাৰক ঔষধ। ইয়াৰ পাচন বদহজম, গ্ৰহণী আৰু বহুমূত্ৰৰোগত খাবলৈ দিয়া হয়। প্ৰমেহ আৰু শ্বেতপ্ৰদৰ ৰোগত ইয়াৰ ৰসৰ বেজী দিয়া হয়। দাঁতৰ আলু ফুলিলে, মুখৰ ভিতৰত ঘা হ'লে আৰু ডিঙি সুৰ সুৰালে ইয়াৰ পাচনেৰে কুলকুলি কৰে। চকুৰ পৰা পানী ওলাই থকা ৰোগতো ৰস ব্যৱহাৰ কৰা হয়। ই এবিধ উত্তম ৰক্তৰোধক। আঠা বদহজম, গ্ৰহণী আৰু বহুমূত্ৰত বহুলভাৱে ব্যৱহৃত হয়। বুকুৰ বিষ আৰু কাহতো ই উপকাৰী। ই এবিধ কামোদ্দীপক দ্ৰব্য। জোকে কামোৰাৰ তেজ বন্ধ কৰিবলৈ আঠা ব্যৱহৃত হয়। জুয়ে পোৰাত কণীৰ বীজল আঠাৰ সৈতে মিহলাই ঘহে।

### ৰাসায়নিক সংযুতি

Tannin, galic acid, malic acid, sucrose, enzyme, auxins

---

## তুলসী

**Ocimum sanctum** Linn
Family : Labiatae

সংস্কৃত, হিন্দী, বাংলা : তুলসী
ইংৰাজী : Holy Basil

তুলসী অৰ্থাৎ যাৰ তুলনা নাই। তুলসী হিন্দুৰ অতি পবিত্ৰ গছ আৰু ধৰ্মীয় অনুষ্ঠানত বহুলভাৱে ব্যৱহৃত হৈ আহিছে। কাতি বিহুত তুলসী পুলি ৰুই চাকি জলাই উপাসনা কৰা হয়। ৰোগ নিৰাময়তো তুলসীৰ গুণৰ তুলনা নাই।

পৰিচিতি

তুলসী এবিধ বহুবৰ্ষী, চাপৰ, জোপোহা আৰু অসংখ্য সৰু সৰু ঠাৰিৰে ভৰা ঔষধি গছ। ডালৰ বং কজলা। পাত সৰু, ডিম্বাকৃতি, কাঁচি দৰীয়া, খাঁজ কটা বা অচ্ছিন্ন। ফুলৰ বং কজলা বা ৰঙচুৱা, অসীমাক্ষ, যৌগিক আৰু মঞ্জৰী দীঘলীয়া।

আমাৰ দেশত কেইবা জাতিৰ তুলসী উৎপন্ন হয়। তাৰ ভিতৰত ক'লা তুলসী (O. americanum Linn), দুলাল তুলসী (O. basilicum Linn ) আৰু বাম তুলসী ( O. gratissium Linn ) প্ৰধান।

দ্ৰব্যগুণ

তুলসী পাতৰ ৰস কফ নিকাসক, পানী লগা জ্বৰ, ব্ৰংকাইটিছ, কাণৰ বিষ আৰু বীজাণুনিবাৰক; পাতৰ ক্বাথ ল'ৰা-ছোৱালীৰ পেটৰ বিষ, বদহজম, যকৃৎ দোষ, বীজ-বীজাণুবাৰক আৰু মূত্ৰৰোগ,



শিপা-মেলেৰিয়া জ্বৰ আৰু গছ-সৰ্প আৰু বৃশ্চিক দংশনৰ প্ৰতিৰোধক। কেঁচা শিপা, ডাল বা পাতৰ ৰস ম'হে কামুৰিলে কামোৰা ঠাইত ঘহিলে খজুৱতি নোহোৱা হয়। তদুপৰি তুলসী ৰস গাত ঘহিলে ম'হ-দাঁহেও নাকামোৰে। নাকৰ ঘাত শুকান তুলসী পাত গুড়ি কৰি শুঙা হয়। তুলসীপাতৰ ৰস আৰু কেচা হালধি মিহলাই খালে আমবাত, আৰু ৰক্তচাপত উপকাৰ হয়। কাণৰ বিষত তুলসী পাতৰ ৰস অলপ গৰম কৰি কাণত দিয়া হয়। পাতৰ ৰসত লোণ মিহলাই খৰ-খজুৰতিত ঘহা হয়। চকু ৰঙা পৰিলে পাতৰ ৰস দুই এটোপাল দিনে দুবাৰকৈ চকুত দিলে ৰোগ আৰোগ্য হয়। সৰু ল'ৰা-ছোৱালীৰ পানী লগা জ্বৰ বা কাহত প্ৰতিদিনে পুৰা ৫-১০ টোপাল তুলসী পাতৰ ৰস খুউৱা হয়। কোষ্ঠকাঠিন্যও দূৰ হয়। আদাৰ ৰস মিহলাই খালে বয়স্কসকলৰ জ্বৰো ভাল হয়। মেলেৰিয়া জ্বৰত জালুকৰ সৈতে তুলসীপাতৰ ৰস পুৱা বা আহাৰৰ মাজত খাবলৈ দিয়া হয়। পানী-লগা জ্বৰত নাক বন্ধ হ'লে শুকান তুলসীপাতৰ গুড়ি শুঙিলে নাক মুকলি হয়। বামতুলসীৰ বীজৰ ৰসত চেনি মিহলাই খালে প্ৰস্ৰাৱৰ জ্বলা-পোৰা শাম কাটে। বদহজম, কৃমি, গ্ৰহণী, ৰক্তক্ষৰণ আৰু বমিবোধ কৰিবলৈ পুৱা নিয়মিত তুলসী ৰস খুওৱা হয়। বসন্তৰোগ বা খহু আদিৰ দাগ তুলসী ৰস ঘহিলে উঠে। শিশুৰ বা ল'ৰা-ছোৱালীৰ পেটৰ অসুখ বা যকৃতৰ অসুখত তুলসীৰ ৰস মৌৰ সৈতে মিহলাই খুৱালে আৰোগ্য হয়।

কলিয়া তুলসী বেলৰ পাত
মুঠায়ে সহিত বটি পটাত
তপত কৰিয়া জননী খাইব
তেবেসে নাৰীয়ে দৃঢ়ক পাইব।

(মুঠা=সং মুস্তক, এবিধ ঔষধি বন Cyperus rotundus Linn )

তুলসী বস বীজাণুবাবক—এই তথ্য বৈজ্ঞানিক বিশ্লেষণতো প্ৰমাণিত। ঘৰত তুলসীগছ থাকিলে বতাহ দূষিত নহয় বুলিও লোক বিশ্বাস আছে। তুলসীত পোৱা caryophyllene দ্ৰব্যই কফ, বীজাণু আৰু মহঁ-দাঁহ বিতাড়িত কৰে।

## ৰাসায়নিক সংযুতি

Phenols—eugenol, carvacrol, methyl eugenol, terpenoids —caryophyllene, citral, citronellal, citronellol, camphor, traces of acetic acids

---



# তেঁতেলী

**Tamarindus indica** Linn

Family : Leguminosae

সংস্কৃত : তিন্তিড়ী, যমদুতিকা
হিন্দী : ইমলী
বাংলা : তেঁতুল
ইংৰাজী : Tamarind tree

### পৰিচিতি

তেঁতেলী এবিধ ওখ, জোপোহা, চিৰসেউজ গছ। গছৰ ছাল ধোঁৱা বৰণীয়া, ক'লা আৰু খহটা। পাত যৌগিক, পত্ৰিকা ১০-২০ যুৰীয়া আৰু প্ৰায় ১ চেমি দীঘল। ফুল শেঁতা হালধীয়া, ৫-৭ মিমি ডাঙৰ আৰু পাহিত ৰঙা ৰঙা ৰেখা থাকে। ফল ৮-২০ চেমি দীঘল, ২-৩ চেমি বহল, মুগাৰঙী, মাংসল আৰু নিলম্বী। এচিৰা তেঁতেলীত ৩-১২টালৈকে বীজ থাকে। বীজ মুগা বৰণীয়া, মিহি আৰু কঠিন। শাহ কোমল, অম্ল আৰু আঁহযুক্ত। এপ্ৰিল-জুনৰ ভিতৰত ফুল ফুলে আৰু শীতকালত ফল লাগে।

তেঁতেলী গছ মধ্য আৰু দক্ষিণ ভাৰতত প্ৰচুৰ পৰিমাণে উৎপন্ন হয় যদিও সমগ্ৰ দেশতে বিশেষকৈ আলিৰ দাঁতিত তেঁতেলী গছ হোৱা দেখা যায়।

### দ্ৰব্যগুণ

তেঁতেলী বীজৰ মণ্ড, বীজ, পাত, ফুল আৰু ছাল ৰোগ নিৰাময়ত ব্যৱহৃত হৈ আহিছে। তেঁতেলী ফল শীতলকাৰক, ৰক্তৰোধক, পৰিপাকসহায়ক, কৃমিনাশক, জুলাপ, জ্বৰনাশক আৰু পাণ্ডুৰোগৰ

ঔষধ। ছাল—শক্তিকাৰক, ৰক্তৰোধক আৰু কৃমিনাশক। ছালৰ ছাই—অজীৰ্ণ আৰু ক্ষত, পাত আৰু বীজ—ৰক্তৰোধক; ফুল আৰু কুঁহিপাত—শীতলকাৰক আৰু পিত্তৰোগৰ ঔষধ। তেঁতেলী পাত আৰু বীজৰ মণ্ডত টাবটাৰিক এচিড পোৱা যায়।

প্ৰয়োগ

মুখৰ অৰুচি আঁতৰাবলৈ তেঁতেলী খোৱা হয়। আমাৰ এফাঁকি প্ৰবচনেই আছে-

'ঘৃত গুড় তেঁতেলী লৱণ সমান
অৰুচি নাশ কৰে, ভাল কবি জান।'

তদুপৰি পদিনা, তেঁতেলী, জালুক আৰু সৈন্ধৱ লোণ সমান পৰিমাণত খালেও অৰুচি দূৰ হয়। অৰ্শ, বিশেষকৈ ৰক্তাৰ্শৰ ৰক্তক্ষৰণত কেঁচা তেঁতেলী পাত বা তেঁতেলী ফুলৰ ৰস খালে তেজপৰা বন্ধ হয় আৰু ৰোগো উপশম হয়। তেঁতেলী পাতৰ ৰস আমাশয় আৰু প্ৰস্ৰাৱবেদনাতো ফলপ্ৰসূ। তেঁতেলী পাতৰ ক্কাথেৰে চকু ধুলে চকুৰ প্ৰদাহ আৰু ৰক্তবৰ্ণতা আৰোগ্য হয়। পকা তেঁতেলী ফলৰ চৰবৎ খালে তৃষ্ণা দূৰ হয়। ভাঙৰ নিচা ভাঙিবলৈ তেঁতেলী টেঙাৰ ৰস উত্তম দৰব। বসন্তৰোগত তেঁতেলী পাত আৰু কেঁচা হালধি পিহি পানী মিহলাই খালে বসন্ত সোনকালে পকে। তাল গছৰ তাড়িত তেঁতেলী পাত সিজাই একেলগে পিহি অলপ গৰম কৰি বাতবিষৰ গাঁঠিত ঘহিলে বেদনা দূৰ হয়। পুৰণা ক্ষত স্থানত তেঁতেলী পাত সিজাই তাৰ ৰসেৰে ধুলে ক্ষত সোন-কালে শুকায়। পাতৰ ৰসেৰে কুলকুলি কৰিলে মুখৰ ভিতৰৰ ঘা ভাল হয়। দুই-এবছৰীয়া তেঁতেলী টেঙা পেটৰ বিষ, যকৃৎ আৰু অন্ত্ৰৰ ঔষধ। নতুন পকা তেঁতেলী নিয়মিত খালে পুৰণা কোষ্ঠকাঠিন্য দূৰ হয়। পিত্তৰোগৰ বমিত তেঁতেলীৰ মণ্ড বা পাতৰ মণ্ড বৈদ্য-সকলে খাবলৈ দিয়ে। বৃশ্চিক দংশনতো তেঁতেলী টেঙা নিমখৰ লগত সানি ঘহা হয়।

## ৰাসায়নিক সংযুতি

Acids—tartaric acid, malic acid and oxalic acid, poly-saccharide



## দোৰোণ

**Leucas cephalotes** Spreng

Family : Labiatae

সংস্কৃত : দ্ৰোণপুষ্পী
হিন্দী : ধুৰপি শাক
বাংলা : দৰোণ

'দ্ৰু'ৰ অৰ্থ গতি কৰা। ই সকলো দেৱতালৈ গতি কৰে অৰ্থাৎ পূজাত লাগে বাবেই এই ফুলৰ নাম দ্ৰোণপুষ্পী।

পৰিচিতি

দোৰোণ এবিধ স্থূল আকাৰৰ শাকবন। গছ পোন আৰু আধা মিটাৰৰপৰা ডেৰমিটাৰলৈকে ওখ হয়। পাত ৪-৮ চেমি দীঘল আৰু ২.৫-৪ চেমিলৈ বহল হয়। পাত ডিম্বাকাৰ বা যাঠীপতীয়া, সূক্ষাগ্ৰ আৰু কলাযুক্ত। সাধাৰণতে আগষ্ট-জানুৱাৰি মাহৰ ভিতৰত ফুলে। ফুল বগা আৰু দীঘলীয়া। মাৰ্চ-এপ্ৰিল মাহত গছ মৰি যায়।

হিমালয়ৰপৰা শ্ৰীলংকা পৰ্য্যন্ত সকলো অঞ্চলতে দোৰোণ ফুল গজে। পৃথিৱীৰ গ্ৰীষ্ম প্ৰধান অঞ্চলত ইয়াৰ ৫০ বিধ প্ৰজাতি আছে আৰু তাৰে ৩৮ বিধ ভাৰতত পোৱা যায়। আমাৰ ইয়াত সাধাৰণতে পতিত মাটিত বা খেতি পথাৰত দোৰোণ গছ অধিক উৎপন্ন হয়।

দ্ৰব্যগুণ

দোৰোণ গছৰ ৰস শক্তিকাৰক, ঘৰ্ম নিষ্কাসক, চৰ্মৰোগ আৰু বীজাণুনাশক; ফুল—কাহ আৰু পানীলগা জ্বৰৰ প্ৰতিকাৰক, শক্তিকাৰক, ঘাম আৰু কফ নিষ্কাসক, বীজাণুনাশক, ৰেচক আৰু ঋতস্ৰাৱৰ ঔষধ।

প্ৰয়োগ

দোৰোণফুলৰ ৰস মৌজোলত মিহলাই কাহত খোৱা হয়। ঋতু-স্ৰাৱ বন্ধত দোৰোণৰ ৰস উপকাৰী। মূৰৰ বিষ আৰু সৰ্প দংশনতো ইয়াৰ ৰস ব্যৱহাৰ কৰা হয়। শিশুৰ কৃমি হ'লে দোৰোণ পাতৰ ৰস খুউৱা হয়। দন্তক্ষয়ত দোৰোণৰ পাতৰ ৰসেৰে মুখ কুল-কুলিয়ালে সুফল পোৱা যায়। টনছিলৰ বাবে ডিঙি বিষালে দোৰোণশাক খায়। দোৰোণশাকৰ আঞ্জা ৰসন্তৰ প্ৰতিকাৰক।

## ৰাসায়নিক সংযুতি

Alkaloid, glucoside, essential oil, fatty acid

---



## নহৰু

**Allium sativum** Linn

Family : Liliaceae

সংস্কৃত : ৰসোন, লসুন
হিন্দী : লশুন
বাংলা : ৰসুন, লসুন
ইংৰাজী : Garlic

পৰিচিতি

নহৰু বীজ আৰু কন্দোদ্ভৱ, তীব্ৰ গন্ধৰ এবিধ ৩০ চেমি মান ওখ উদ্ভিদ। নহৰুৰ পাত চেপেটা আৰু মিহি। ফুল বগা আৰু ফুলৰ ঠাৰি দীঘল। কন্দ বগা, সৰু, দহ বাৰটা কন্দিকাৰ সমষ্টি আৰু বগা মিহি শুকান শল্কৰে আবৃত।

ভাৰতৰ সকলো অঞ্চলতে নহৰুৰ খেতি হয়।

গৱেষণা

ব্ৰাজিলৰ এটা চিকিৎসকসন্থাই নহৰুক এমেবিক ডিছেণ্ট্ৰি (amoebic dysentry) আৰু সন্নিপাত জ্বৰত (টাইফয়েড আৰু পেৰা টাইফয়েড) ব্যৱহাৰ কৰি সুফল পোৱাৰ কথা প্ৰকাশ কৰিছে। জাৰ্মানীত ৰক্তচাপ ৰোগত, জাপানত সন্নিপাত জ্বৰত আৰু ৰাছিয়াৰ চিকিৎসকসকলে নহৰুক পেনিছিলিনৰ সম-কক্ষীয় ঔষধ বুলি অভিহিত কৰিছে। আমাৰ দেশৰ পন্ত নগৰ বিশ্ববিদ্যালয়ত চলোৱা গৱেষণাৰ অন্তত (১৯৭৬ চন) প্ৰকাশ পাইছে যে, নহৰু বীজাণুনাশক। প্ৰচলিত এণ্টিবাঅ'টিক ঔষধ প্ৰয়োগত বিনাশ নঘটা কিছুমান অণুবীজাণু নহৰুৰ ৰস প্ৰয়োগত

বিনষ্ট হয়। গৱেষণালব্ধ আন এটা তথ্য হল—নহৰু গৰম কৰিলে ইয়াৰ বীজাণুনাশক গুণ নষ্ট পায়। একে বছৰতে লিবিয়াৰ বেনঘাজী বিশ্ববিদ্যালয়ত ড° আৰ. ছি. জৈনে এন্দুৰৰ দেহত পৰীক্ষা কৰি পাইছে যে, নহৰুৱে তেজত কোলেষ্ট্ৰলৰ (cholestrol) মাত্ৰা হ্ৰাস কৰে।

প্ৰয়োগ

নহৰুৰ কন্দ পাচক, কামোদ্দীপক, কফ নিষ্কাসক, বলকাৰক, জ্বৰনাশক, কাহনাশক দেহ-লাৱণ্য বৃদ্ধিকাৰক, চৰ্মৰোগ, কৰ্ণপ্ৰদাহ, অজীৰ্ণতা, পেটৰ বিষ আৰু পেটৰ বায়ুনাশক। নহৰু মুখশোধক, স্ৰোত শুদ্ধিকৰ, মেধা, স্মৃতি, বল আৰু আয়ুবৰ্ধক, কেশ আৰু মুখ-লাৱণ্যৰক্ষক আৰু বৃদ্ধিকাৰক, দৃষ্টিশক্তিধাৰক, পুৰুষৰ শুক্ৰবৰ্ধক, পৌৰুষপ্ৰবৃত্তিৰ ধাৰক আৰু বাহক, নাৰীৰ পক্ষে সন্তানপ্ৰদ আৰু আয়ুবৰ্দ্ধক, যুৱতীৰ দেহলাৱণ্যৰ সমতাৰক্ষক, কিশোৰ-কিশোৰীৰ দেহমনৰ বিকাশসাধক। অস্থিচ্যুতি, অস্থিভংগ, অস্থি আৰু বীৰ্য্য সম্পৰ্কীয় ৰোগ, ভগ্নৰোগ, কাহ আৰু শ্বাসৰোগ, চৰ্মৰোগ আৰু চৰ্মৰ বিৱৰ্ণতা, চকুৰ অসুখ, কুকুৰীকণা, জীৰ্ণজ্বৰ, পালজ্বৰ, মূত্ৰৰোগ ইত্যাদি অনেক ৰোগত নহৰু সেৱন কৰা হয়। কৃমি, খজুৱতি, পাথৰিৰোগ, মেধাশক্তিবৰ্ধন আৰু শুক্ৰতাৰল্যত নহৰু এফুটা বা দুফুটা খাই অলপ গৰম পানী খালে উত্তম ফল পায়। পালজ্বৰত নহৰু ৰস ৫-৭ টোপাল আধা বা এচামোচ ঘিঁউত মিহলাই খায়। সৰিয়হ তেলত নহৰু ভাজি বাতবিষত মালিচ কৰিলে বিষ নাশ হয় অথবা নহৰু পিহি মাখনৰ সৈতে দিনে দুবাৰকৈ কিছুদিন খালে বাতবিষ আৰোগ্য হয় বুলি অসমীয়া বৈদ্যসকলে কয়। এফুটাকৈ নহৰু অলপ গৰম গাখীৰত নিয়মিত খালে যক্ষ্মাৰোগ প্ৰতিৰোধ হয়। এমফাইছিমা (emphisema) হাপানি ৰোগত ৫-৭ টোপাল নহৰুৰ ৰস ঠাণ্ডা গাখীৰত মিহলাই নিয়মিত খালে ৰোগৰ উপশম হয়। গৰু-ম'হৰ ঘাত নহৰু পিহি সানিলে পোক মৰে।



নিষেধ : মাছ আৰু কেঁচা গাখীৰৰ লগত নহৰু খোৱা নিষেধ। ই ৰক্ত দূষিত কৰে বুলি বৈদ্যসকলৰ অভিমত।

## ৰাসায়নিক সংযুতি

Allyl propyl disulphide, diallyl disulphide, allieine, allisatin-I; allisatin-II; amino acid- s-(2-carboxy propyl glutathinone), essential oil

———

## নিম্ব

**Azadiirachta indica** A Juss syn
Melia azadirachta Linn
Family : Meliaceae

সংস্কৃত : নিম্ব
হিন্দী : নিম
বাংলা : নিম
ইংৰাজী : Margosa tree, Nim tree

### পৰিচিতি

নিম এবিধ ডাঙৰ গছ। পাত অনেক সৰু সৰু পত্ৰিকাৰ সমষ্টি। প্ৰতিখন পত্ৰিকাকে একোখন স্বকীয়া পাত যেন লাগে। ফুল সৰু আৰু বগা। ফল ডিম্বাকাৰ, ১.২-১.৮ চেমি ডাঙৰ, ৰং সেউজীয়া, বা হালধীয়া। ফল একবীজী।

নিমগছ বিশেষকৈ দক্ষিণ ভাৰতত উৎপন্ন হয় যদিও দেশৰ সকলো অঞ্চলতে ইয়াক ৰোপণ কৰা হয়।

### প্ৰয়োগ

নিমপাত তিতা আৰু ই এবিধ আহাৰ্য্য। নিমপাত কোঁহাত্ত প্ৰলেপ হিচাপে ব্যৱহাৰ কৰা হয়। নিমপাতৰ ৰস মেলেৰিয়া জ্বৰ, কৃমি, কফ, মূত্ৰৰোগ আৰু অনিয়মিত ঋতুস্ৰাৱৰ বেলিকা খুৱায়। নিমপাতৰ চূৰ্ণ পুৰা খালী পেটত পানীৰ সৈতে খালে কৃমিনাশ হয়। চৰ্মৰোগত নিমপাত ঘহে। বসন্তৰোগত ৰোগীৰ শোৱাপাটীৰ তলত নিমপাত থয়। নিমপাতৰ ৰস মৌজোলৰ সৈতে খালে পাণ্ডুৰোগ আৰোগ্য হয়। গ্ৰহণীত নিমপাত, বেলপাত, পচতিয়াৰ পাত আৰু ভাং সমান পৰিমাণত চূৰ্ণ কৰি অলপমান চেঁচা পানীৰ সৈতে



খাবলৈ দিয়ে। অৰ্শতো নিমপাত ব্যৱহৃত হয়। নিমছাল তিতা, শক্তিকাৰক আৰু ৰক্তৰোধক। অজীৰ্ণতাত নিম ছাল বাটি খুৱায়। নিমছাল, কেঁচা হালধি, আমলখী চূৰ্ণ পানীত মিহলাই খালী পেটত পুৱা নিয়মিত খালে যকৃৎবেদনা দূৰ হয়। নিমশিপা আৰু শিপাৰ ছাল শক্তিকাৰক আৰু ৰক্তৰোধক। নিমৰ আঠা বেদনানিবাৰক, শক্তিকাৰক আৰু পানীলগা জ্বৰত উপকাৰী। নিমঠাৰি দাঁতেৰে চোবাই মঞ্জন কৰিলে দাঁতৰ আলু আৰু দাঁত ভালে থাকে। নিমফুল শক্তিকাৰক, কুকুৰীকণা আৰু পেটৰ বিষত খোৱা হয়। নিমফুলৰ ৰস, নিমফল মূত্ৰৰোগ, অৰ্শ, কৃমি আৰু কুষ্ঠৰোগৰ ঔষধ। নিমতেল উত্তেজক, বীজাণুবাৰক, বাতবিষ আৰু চৰ্মৰোগত ব্যৱহৃত হয়। ছাল, আঠা, পাত আৰু গুটি সৰ্প আৰু বৃশ্চিক দংশনতো ব্যৱহাৰ কৰে। নিমফল ৰেচক, ঋতুস্ৰাৱ আৰু কৃমিনাশক। নিমগছে বতাহ সংশোধন কৰে আৰু নিমৰ শিপা ঘৰৰ ভেঁটিত সোমালে গৃহস্থৰবাবে মঙ্গলজনক বুলি এটি প্ৰবাদ আছে। ই বসন্তৰোগৰ প্ৰতিষেধক।

## ৰাসায়নিক সংযুতি

Alkaloids—nimbin, nimbinin, nimbidin, nimbosterin, nimbecetin, bakayanin; fatty acids, essential oil, margosic acid, nimbosterol

———

## পনৰু

**Allium cepa** Linn

Family : Liliaceae

সংস্কৃত : পলাণ্ডু, সুকন্দক
হিন্দী : পেঁয়াজ
বাংলা : পেঁয়াজ
ইংৰাজী : Onion

পনৰুক আমি পিঁয়াজ বুলিও কওঁ। পিঁয়াজ ফৰাচী 'পয়াজ' শব্দৰপৰা আহিছে। সংস্কৃতত ইয়াক পলাণ্ডু বুলি কোৱা হয়। 'পলৰ' অৰ্থ মাংস। পিঁয়াজৰ কন্দ সিজালে মাংসৰ দৰে হয় বাবে ইয়াক পলাণ্ড কোৱা হৈছিল। পলাণ্ডৰপৰা 'পলাণ্ডু' শব্দৰ উৎপত্তি হৈছে।

### পৰিচিতি

পনৰু এবিধ দ্বিবৰ্ষী কন্দোদ্ভৱ চাপৰ উদ্ভিদ। পাত দীঘলীয়া আৰু নালিকা, আগ জোঙা আৰু বন্ধ। ৰং সেউজীয়া। কন্দৰপৰাই পাত আৰম্ভ হয়। কন্দ মাংসল শল্কৰ সমষ্টি। ফুল বগা, সৰু সৰু, থোপা পাতি ফুলে, ফুলৰ ঠাৰি দীঘলীয়া। বীজ সৰু।

চাৰি হাজাৰ বছৰৰ পূৰ্বৰেপৰা পনৰুৰ খেতি কৰি আহিছে। সম্ভৱতঃ ই মধ্য এছিয়া, দক্ষিণ এছিয়া বা ভূমধ্য অঞ্চলৰ স্থানীয় উদ্ভিদ। আজি কালি দেশৰ সকলো অঞ্চলতে ইয়াৰ খেতি কৰা হয়।

### গৱেষণা

জাৰ্মানৰ বৈজ্ঞানিকসকলে পনৰুত হৃৎপিণ্ড শক্তিকাৰক, ৰক্তচাপ বৃদ্ধিকাৰক আৰু ৰক্ত-শৰ্কৰা হ্ৰাসকাৰক দ্ৰব্যৰ সন্ধান পাইছে।



ৰুছ বৈজ্ঞানিকসকলে ভিটামিন চি, ভিটামিন বি আৰু প্ৰ'ভিটামিন এ কেৰ'টিন; আমেৰিকা, পোলেণ্ড, জাপান, জাৰ্মান আৰু আফ্ৰিকাৰ বৈজ্ঞানিকসকলে কোয়েৰছেটিন, ডাই-হাইড্ৰ'ক্সি বেনজয়ক এচিড, লুক'ছিড, ডাইগ্লুক'ছিড, মন'গ্লুক'ছিড ইত্যাদি আৰু ভাৰতীয় বৈজ্ঞানিকসকলে পনৰুত কোয়েৰছেটিনৰ উপৰিও অলিঅ'এন'লিক এচিড পোৱাৰ কথা প্ৰকাশ কৰিছে। পনৰুৰ ৰস বীজাণুনাশক। ৰসত থকা নিউক্লিঅ'টাইডেজ (nucleotidase) নামৰ দ্ৰব্যই বীজানু নাশ কৰে। কোয়েৰছেটিন হ'ল পনৰুৰ মূল গুণকাৰক দ্ৰব্য।

মানবদেহত পনৰুৰ প্ৰভাৱ সম্পৰ্কে দহ বছৰ জুৰি চলোৱা গৱেষণাৰ অন্তত ৰুছ বিজ্ঞানীসকলে এলিল চিপাম (allyl cepum) আদিৰ দৰে নতুন মিশ্ৰণ উদ্ভাৱন কৰিছে। ই পৰিপাক ক্ৰিয়াৰ উন্নতি ঘটায় আৰু দুৰ্বল হৃৎপিণ্ডক শক্তি যোগায়। হাইপাৰট'নিয়া (hypertonia) ৰোগ নিবাময়ত পনৰু ব্যৱহৃত হয়। এন্দুৰৰ দেহত শুকান পনৰুৰ ৰস প্ৰয়োগ কৰি সিহঁতৰ তেজত কোলেষ্টেৰিনৰ মাত্ৰা হ্ৰাস কৰিবলৈ তেওঁলোক সমৰ্থবান হৈছে। তদুপৰি তেওঁলোকৰ মতে পনৰু ৰসে ডিফথেৰিয়া আৰু যক্ষ্মাৰোগৰ বীজাণুকো নাশ কৰে।

### দ্ৰব্যগুণ

পিঁয়াজৰ কন্দ শক্তিকাৰক, মূত্ৰকাৰক, শ্লেষ্মাকাৰক, বায়ুনাশক, বীজাণুনাশক, উদ্দীপক, ঋতুস্ৰাৱ আৰু গ্ৰহণাৰ ঔষধ।

### প্ৰয়োগ

পনৰুৰ ৰস (কন্দ) চেনিৰ সৈতে খালী পেটত অৰ্শৰোগত খাবলৈ দিয়ে। ৰক্তাশত তেজপৰা বন্ধ হয়। এৰাঁ ভগাত পনৰুৰ ৰস শুঙিলে তেজ ওলোৱা বন্ধ হয়। কফ নিষ্কাসণৰ বাবে পনৰুৰ ৰস, মৌজোল আৰু আদাৰ ৰস ঘিঁউ মিহলাই খায়। কাণৰ ঘাৰ বিষত ইয়াৰ ৰস গৰম কৰি এটোপালকৈ কাণত দিলে উপশম হয়। কুকুৰীকণা আৰু

চকু উঠাত পনৰুৰ ৰস চকুত ব্যৱহাৰ কৰে। পানীলগা জ্বৰৰ প্ৰথম অৱস্থাত পনৰুৰ ৰস নাকেৰে উজালে জ্বৰ ভাব দূৰ হয় আৰু পানী লগা ভাল হয়। মেলেৰিয়া জ্বৰত জালুকৰ সৈতে দিনে দুবাৰকৈ খোৱা য়ুনানী শাস্ত্ৰৰ বিধান। কেঁচা পনৰু খালে দাঁত আৰু মুখৰ বীজাণুৰ উপৰিও আহাৰ নলীৰ বীজাণুও বহু পৰিমাণে মৰে। প্ৰস্ৰাৱ বন্ধ হ'লে বা প্ৰস্ৰাৱবেদনা হলে পনৰু বাটি প্ৰলেপ দিয়া হয়। কেঁচা পনৰু মূত্ৰকাৰক আৰু ঋতুস্ৰাৱবৰ্ধক। ৪।৫ টোপাল পনৰুৰ ৰস খালে বমি বন্ধ হয়। সমান পৰিমাণত ৰস আৰু সৰিয়হৰ তেল লৈ সানিলে বাতবিষ উপশম হয়। বিহ ফোঁহাৰ চিবিঙনিত পনৰুৰ ৰস গৰম কৰি লগালে বেদনা দূৰ হয়। তামোল বা ধঁপাতে মূৰত ধৰিলে পনৰুৰ ৰস খুৱায়। মৌ বা বৰলে বিন্ধিলে পনৰু খুন্দি লগালে বেদনা উপশম হয় আৰু সোনকালে জানৰেও। মৃগী-ৰোগীক ৰস শুঙালে জ্ঞান ঘূৰাই পায়। বসন্তৰোগত সোনকালে ওলাবলৈ চেনিৰ সৈতে পনৰু খায়। হেঁকটি অহা বন্ধ কৰিবলৈ পনৰুৰ ৰস দুই-তিনি চামোচ খায়।

পনৰু, নহৰু আৰু খুতৰা শাক অসমীয়া মানুহৰ স্বাস্থ্যৰক্ষাত কেনেদৰে ব্যৱহৃত হৈ আহিছে এই আশীষ ফাঁকিয়েই সাঁকিয়াই দিছে:

এটা বাটিত পনৰু, এটা বাটিত নহৰু
এটা বাটিত খুতৰা শাক
মূৰৰ চুলি ছিঙি আশীৰ্বাদ কৰিছোঁ
বাইজ তই কুশলে থাক।

———



## পনৌনোৱা

**Boerhaavia diffusa** Linn

Family : Nyctaginaceae

সংস্কৃত : পুনৰ্ণৱা
হিন্দী : সন্ত
বাংলা : পুনৰ্ণবা
ইংৰাজী : Hog weed, Pig weed

**পৰিচিতি**

পনৌনোৱা বা পুনৰ্ণৱা (পুনৰ+নতুন) এবিধ ছানিধৰা শকত শিপা আৰু অনেক শাখা-প্ৰশাখা লগা লতা। পনৌনোৱাৰ পাত অযুৰীয়া, ডিম্বাকাৰ বা ঘূৰণীয়া, পাতৰ ওপৰফাল মিহি আৰু বগা, তলফাল নোমাল। পাতৰ কাষ খাঁজ কটা। পাত দীঘলে ৫ চেমি, বহলে ২·৪ চেমি আৰু ঠাৰি দীঘলে প্ৰায় ২ চেমি হয়। ফুল সৰু সৰু আৰু থুপ পাতি ফুলে। ফল ঘূৰণীয়া।

পনৌনোৱা দুবিধ। এবিধ শ্বেত পুনৰ্ণৱা (**B. punarnava** Spec. nov) আৰু আনবিধ ৰক্ত পুনৰ্ণৱা (**B. diffusa**)। শ্বেত পুনৰ্ণৱাৰ ফুল বগা আৰু ৰক্ত পুনৰ্ণৱাৰ ফুল ৰঙা। বৰ্ষাকালত পুনৰ্ণৱা গজে।

সংস্কৃতত পনৌনোৱাৰ আন এটা নাম শোথঘ্নি; অৰ্থাৎ ই শোথ-ৰোগৰ মহৌষধ। চিকিৎসকসকলে শোথৰোগত পনৌনোৱাৰ ৰস ব্যৱহাৰ কৰি সুফল পাইছে। তদুপৰি যকৃতৰ ৰোগতো সুফলদায়ক। মূত্ৰকৃচ্ছতাতো পনৌনোৱা উপকাৰী। ইণ্ডিয়ান মেডিকেল গেজেটত (১৯২৩,পৃঃ২০৪) প্ৰকাশিত তথ্য মতে, পনৌনোৱাত পোৱা 'পুনৰ্ণবাইন' উপক্ষাৰ মেকুৰীৰ দেহত প্ৰয়োগ কৰাৰ ফলত ৰক্তচাপ আৰু মূত্ৰ-বৃদ্ধি হোৱা দেখা যায়।

দ্ৰব্যগুণ

পনোনৌৱাৰ শিপাৰ ৰস মূত্ৰকাৰক, ৰেচক, বেদনানাশক, কৃমিনাশক, কফ নিষ্কাসক, হাপানি, পেটৰ বিষ, শোথৰোগ, ৰক্তাল্পতা, পাণ্ডুৰোগ, দুৰ্গন্ধ প্ৰস্ৰাৱ, প্ৰমেহ, সৰ্পদংশন আদিত প্ৰতিকাৰক হিচাপে ব্যৱহৃত হৈ আহিছে।

প্ৰয়োগ

শোথৰোগত শিপাৰ ক্কাথ চিৰতাচূৰ্ণ আৰু আদাৰ সৈতে মিহলাই খাবলৈ দিয়া হয়। কেঁচা পাত সিজাই নিমখ দি খালেও প্ৰথম অৱস্থাত শোথৰোগ উপশম হয়। লতাৰ ৰস সৰু ল'ৰা-ছোৱালীক জুলাপ আৰু কৃমিনাশৰ বাবে খুউৱা হয়। চকু ৰঙা পৰা অসুখত পনৌনোৱা পাতৰ ৰস মৌজোলৰ সৈতে মিহলাই চকুৰ পটাত সানে।

## ৰাসায়নিক সংযুতি

Alkaloids—punarnavine, amino acids, hydroxy proline, proline, fatty alcohol, sterols—$\alpha$-sitosterol, $\beta$-sitosterol

———



## পলাশ

**Butea frondosa** koen ex Roxb **or**
**B. monosperma** Taub

Family : Laguminosae

সংস্কৃত, হিন্দী, বাংলা : পলাশ
ইংৰাজী : Flame of the forest

পৰিচিতি

পলাশ এবিধ মধ্যমীয়া আকাৰৰ পৰ্ণপাতী বৃক্ষ। ইয়াৰ গা-গছ ভাঁজবিশিষ্ট। গছ ৬-৭ মিটাৰলৈকে ওখ হয়। গছৰ বাকলি ধোঁৱা বৰণীয়া। পাত ত্ৰৈপত্ৰিক, মিহি আৰু নোমাল। শীতকালত পাত সৰে। ফেব্ৰুৱাৰি-মাৰ্চ মাহত পাতহীন লঠঙা কাণ্ডত ফুল ফুলে। ফুল কাণ্ডৰ গাঁঠিত থোপা পাতি থাকে। ফুলৰ ৰং ৰঙা বা কমলা ৰঙৰ। ফল একবীজী। গুটি জুন-জুলাই মাহত লাগে।

ভাৰতৰ প্ৰায় সকলো অঞ্চলতে (কেৱল মৰু অঞ্চল বাদ দি) ১,৫০০ মিটাৰ উচ্চতালৈকে পলাশ গছ দেখা যায়। অসমৰ শিৱসাগৰ আৰু গোৱালপাৰা জিলাত অধিক পৰিমাণে উৎপন্ন হয়।

দ্ৰব্যগুণ

পলাশৰ পাত, ফুল, বীজ, আঠা, ছাল, শিপা আৰু শিপাৰ ছাল ঔষধ হিচাপে ব্যৱহৃত হয়। পাত– কৃমিনাশক আৰু মূত্ৰকাৰক, ফুল—কৃমিনাশক, মূত্ৰকাৰক, কামোদ্দীপক আৰু ৰক্তশোধক; বীজ—কৃমিনাশক আৰু ৰেচক; আঠা—কৃমিনাশক, পৰিপাক সহায়ক আৰু গ্ৰহণীৰ ঔষধ; ছাল-সৰ্প দংশন, শিপা আৰু শিপাৰ ছাল—ৰক্তচাপত ব্যৱহাৰ কৰা হয়। আঠাত টেনিন পোৱা যায় আৰু সেইবাবে গ্ৰহণীত ইয়াক ব্যৱহাৰ কৰা হয়।

প্ৰয়োগ

পলাশৰ কুঁহিপাত বটি সানিলে হাত-ভৰিৰ জলা-পোৰা ভাল হয়। কৃমি আৰু ফিটা পেলুৰ চিকিৎসাৰ ক্ষেত্ৰত পলাশৰ বীজৰ উপকাৰিতা প্ৰমাণসিদ্ধ। পলাশৰ বীজচূৰ্ণ মৌৰ লগত খালে কৃমি নাশ হয়। পলাশৰ শিপা আৰু হাতীশুঁৰৰ শিপা বটি প্ৰলেপ দিলে গলগণ্ড ৰোগ আৰোগ্য হয়। পলাশফুলৰ ৰস চেনিৰ সৈতে প্ৰমেহ ৰোগত খাবলৈ দিয়া হয়।

## ৰাসায়নিক সংযুতি

Glycoside, butrin, butein, butin, unidentified glucoside and a heteroside, proteolytic and lipolytic enzymes, tannin and essential oil

---



## পূৰৈশাক

**Basella alba** Linn

Family : Basellaceae

সংস্কৃত : উপোদকী, উপোদিকা
হিন্দী : পুই
বাংলা : পুঁইশাক
ইংৰাজী : Indian Spinach, Malabar Night Shade

পৰিচিতি

পূৰৈশাক এবিধ আৰোহী লতা। ইয়াৰ পাত নিমজ, ডিম্বাকাৰ, হৃদয়াকাৰ বা ঘূৰণীয়া। পাত ৫-১৮ চেমি দীঘল হয়। ফুল বগা বা ৰঙা। ফল মটৰ মাহৰ সমান, ঘূৰণীয়া আৰু পকিলে ৰসাল, ৰঙা বা ডাঠ বেঙুনীয়া হয়।

পূৰৈশাক সকলো অঞ্চলতে উৎপন্ন হয় আৰু ইয়াক খোৱাৰ বাবে খেতিও কৰা হয়।

দ্ৰব্যগুণ

পূৰৈশাকৰ পাত বেদনানাশক, মূত্ৰকাৰক, প্ৰমেহ আৰু লিংগ প্ৰদাহনাশক।

প্ৰয়োগ

পাতৰ বীজল কপালত সানিলে মূৰৰ কামোৰণি শাঘ্ৰে আৰোগ্য হয়। ল'ৰা-ছোৱালীৰ পানীলগা জ্বৰত পাতৰ ৰস চেনিৰ সৈতে খুউৱা হয়। জুয়ে পোৱাৰ পোৰণিত পাতৰ ৰস মাখনৰ সৈতে সনা হয়। পাতৰ ৰস আৰ্টিকেৰিয়া আৰু কোষ্ঠকাঠিন্যত (বিশেষকৈ ল'ৰা-ছোৱালী আৰু গৰ্ভৱতী তিৰোতাৰ) ব্যৱহৃত হয়।

পূৰৈশাক কামোদ্দীপক, শুক্রবর্ধক আৰু বেচক। ক্ৰ'নিক এমেবিয়েছিছ বা জিয়াৰ্ডিয়াত আক্ৰান্তসকলে পূৰৈশাক খোৱাটো ক্ষতিকাৰক। পৰিপাক ক্ৰিয়াতো পূৰৈশাক অপকাৰী। অতিসাৰত পূৰৈ শাক গাখীৰ আৰু ডালিমৰ বস সিজাই খায়। ৰক্তাৰ্শত পূৰৈশাক খালে তেজপৰা বন্ধ হয়। অৰ্বুদ বা টেমুনাত পূৰৈশাকৰ বস সানি পাতেৰে বান্ধি থ'লে ভাল হয়। ফোঁহা পকাবলৈ বা ফুটাবলৈ পূৰৈশাকৰ পাতত ঘিঁউ সানি লগায়। হুপিং কাহত পূৰৈশাকৰ বস ছাগলী গাখীৰৰ সৈতে খালে উপশম হয়। আমবাতৰ ( urtiaria ) খজুৰতিত পূৰৈশাকৰ বস গাত ঘহে। ৰক্তাল্পতাত পকা পূৰৈৰ বেঙুনীয়া বস খাবলৈ দিয়া হয়।

## ৰাসায়নিক সংযুতি

Vitamin A & B, protein, calcium, iron.

---



## বচগছ

**Acorus calamus Linn**

Family : Araceae

সংস্কৃত : ৱচ
হিন্দী : বচ
বাংলা : বচ
ইংৰাজী : Sweet-flag

### পৰিচিতি

বচ এবিধ বগাই যোৱা আৰু অসংখ্য শাখা-প্ৰশাখাযুক্ত গুল্ম। ফুল সৰু আৰু পাতল সেউজীয়া। ফল সেউজীয়া।

বচ গছ ২০০০ মিটাৰ উচ্চতা পৰ্য্যন্ত ভাৰতৰ সকলো অঞ্চলতে বিশেষকৈ জলাহ বা সেমেকা ঠাইত উৎপন্ন হয়। কাশ্মীৰ, মনিপুৰ, নাগালেণ্ড আৰু অসমৰ জলাহ অঞ্চলসমূহত অপৰ্য্যাপ্ত পৰিমাণে পোৱা যায়। কৰ্ণাটক আৰু কোনো কোনো অঞ্চলত ইয়াৰ খেতিও কৰা হয়।

### দ্ৰব্যগুণ

বচৰ শিপা আৰু কন্দত 'কেলামাছ' নামৰ এবিধ উদ্বায়ী তেল পোৱা যায়। কেলামাছে পৰিপাক কাৰ্য্যত সহায় কৰে, অজীৰ্ণতা নিবাময় কৰে, ভোক বঢ়াই, কফ নিষ্কাসন কৰে, হাপানি ৰোগ উপশম কৰে আৰু বমি কৰায়। কেলামাছৰ উপৰি ইয়াত টেনিন পোৱা যায়। টেনিন গ্ৰহণী আৰু বদহজমৰ ঔষধ। পাত আৰু কন্দ পানীয় সুগন্ধি কৰাত, প্ৰসাধন আৰু কীটাণুনাশক দ্ৰব্য তৈয়াৰ কৰাত ব্যৱহৃত হয়। উৰহ, ওকনি আদি নিৰ্মূল কৰাত বচতেল উপকাৰী। কন্দৰ উদ্বায়ী তেল স্নায়ু শক্তিকাৰক, বেদনানাশক

আৰু মানসিক ৰোগগ্ৰস্তসকলৰ চিকিৎসাত ব্যৱহৃত হয়। বচৰ কন্দ বীজাণুনাশক হিচাপে বৈজ্ঞানিক বিশ্লেষণত প্ৰমাণিত হৈছে। কন্দত এক'বিন নামৰ এবিধ তিতা গুণকাৰক দ্ৰব্য পোৱা যায়।

প্ৰয়োগ

বচৰ ক্বাথ—সৰু ল'ৰা-ছোৱালীৰ বদহজম, গ্ৰহণী, কাহ, বুকুৰ বিষ আৰু মৃগীৰোগত ব্যৱহাৰ কৰে। ইয়াৰ ৰস অলপ পৰিমাণে খালেই বমি হয়। দুই-তিনিঘণ্টাৰ মূৰে মূৰে হাপানি ৰোগত খুউৱা হয় (সামান্য পৰিমাণত)। জ্বৰ আৰু গৰ্ভপাতৰ ৰক্তক্ষৰণত ইয়াৰ ৰস শক্তিকাৰক ঔষধ হিচাপে সামান্য পৰিমাণত খুৱায়। শিপাৰ ৰস খুৱালে কৃমিনাশ হয়। পেটৰ বিষত শিপাৰ ছাই নাৰিকল তেলত সানি বা শিপা বাটি তলপেটত লেও দিয়ে। বাত বিষ আৰু একাংগী ৰোগত হাত-ভৰিত শিপাৰ ৰস মালিচ কৰা হয়। কন্দৰ তেল সৰ্পদংশনত ব্যৱহাৰ কৰে।

## ৰাসায়নিক সংযুতি

Glucoside acorin, acoretin, essential oil—calamen, calamenol, calameon, asarone, sesquiterpenes, sesquitepene alcohols, oxalic acid, calcium

---



## বাহক

**Adhatoda vasica** Nees

Family : Acanthaceae

সংস্কৃত : বাসক
হিন্দী : বাসিকা
বাংলা : বাসক
ইংৰাজী : Malabar nuts

পৰিচিতি

বাহক এবিধ জোপোহা চিৰসেউজ চাপৰ গছ। সাধাৰণতে ১-৩ মিটাৰলৈকে ওখ হয়। পাত শূল আকাৰৰ আৰু উজ্বল সেউজীয়া। ফুল বগা, বগা আৰু ঘন। দলমণ্ডল বগা। ফুল ডিচেম্বৰ-এপ্ৰিল মাহত ফুলে আৰু ফেব্ৰুৱাৰি মাহত ফল ধৰে। ফল কেপছুল।

সমভূমি অঞ্চলত বাহক গছ জন্মে। উপ-হিমালয়ৰ ১,৫০০ মিটাৰ উচ্চতালৈকে বাহক হোৱা দেখা যায়। বাৰীৰ চাপত সাধাৰণতে বাহক গছ ৰোৱা হয়।

দ্ৰব্যগুণ

বাহকৰ পাত আৰু শিপা কাহ, ব্ৰংকাইটিছ আৰু হাপানিৰ ঔষধ। পাত বাতবিষ আৰু কীটাণুনাশক। ফুল, পাত আৰু শিপা বীজাণুনাশক। অম্লপিত্তৰোগত বাহকৰ ছাল পানীত পগাই তাৰ ৰস খাবলৈ দিয়া হয়। পাতৰ ৰস মৌজোলৰ সৈতে কাহত খালে উপশম হয় আৰু কফ ওলায়। বাহক ছালৰ ক্বাথ কৃমিনাশক। পাতৰ ৰস নাকেৰে উজালে জ্বৰ ভাল হয়। বসন্তৰোগৰ সংক্ৰমণৰপৰা ৰক্ষা পাবলৈ বাহক পাত সিজাই ৰস খোৱা হয়। খোৱা পানীত বাহক পাত দি অনেকে বীজাণুমুক্ত কৰে। বাহক ছালৰ ৰস ডিমৰুৰস বা মৌজোল সমপৰিমাণে মিহলাই ব্যৱহাৰ কৰিলে ৰক্তবমি ৰোধ হয়।

## ৰাসায়নিক সংযুতি

Alkaloid—vasicine, 1 peganine (1—vasicine), essential oil

## *বিয়নিধৰা*

**Achyranthes aspera Linn**

Family : Amaranthaceae

সংস্কৃত : অপমাৰ্গ
হিন্দী : লাটজিৰা
বাংলা : অপঙ্গ
ইংৰাজী : Rough chaff tree,
Prickly chaff flower

চৰাইৰ জঁৰ নিচিনা বঙা ফুল ফুলে বাবে ইয়াৰ আন এটা নাম ৰ'ন্নসট (সং-সট=চৰাইৰ জঁ)। ইয়াৰ গুটি গাত বা কাপোৰত তিৰো-তাই বিয়নীয়েকক সাবটি ধৰাৰ দৰে লাগে বাবেই আন এটা নাম বিয়নীসাবটা।

পৰিচিতি

বিয়নীধৰা এবিধ চাপৰ, পোন গছ। ইহঁতৰ গুৰি অংশ বহু-বছৰলৈ জীয়াই থাকে। ঠাৰি শুং থকা আৰু বেখিত। পাত ২.৫–১২ চেমিলৈকে দীঘল হয়। পাত সাধাৰণতে ডিম্বাকৃতি, কুশাগ্র, অনুতীব্র বা গোলাকাৰ। পাতৰ দুয়োপিঠি নোমাল। ফুল সেউজীয়া বৰণৰ, মিহি আৰু সহপত্র ডিম্বাকৃতি। ফুল জুন-নভেম্বৰলৈকে ফুলে আৰু ডিচেম্বৰ মাহত গুটি ধৰে। ফল শুকান আৰু বৰ পাতল। এই ফল মঞ্জৰীপত্র বা পুষ্পপুটৰদ্বাৰা প্ৰাণীৰ দেহত লাগি ধৰি স্থানান্তৰিত হয়।

বিয়নীধৰা গছ ভাৰতৰ সকলো অঞ্চলতে প্ৰায় ১০০০ মিটাৰ উচ্চতালৈকে পোৱা যায়।



দ্রব্যগুণ

বিয়নীধৰাৰ ডাল-পাত, গুটি আৰু শিপা ঔষধি গুণসম্পন্ন। গছ ৰেচক, মূত্রকাৰক, শোথৰোগ, অৰ্শ, ফোঁহা, চৰ্মৰোগ, পেটৰ বিষ, সপদংশন; শিপা—অন্ত্রৰ বিকাৰ আৰু গুটি-বমনকাৰী, জলাতংক, সৰ্পদংশন অৰ্শ, পিত্ত আৰু কফৰ ঔষধ।

প্রয়োগ

বিয়নীধৰাৰ কেঁচাপাতৰ ৰস ৰ'দত দি সামান্য কানি মিহলাই উপদংশৰ ক্ষতত লগোৱা হয়। শিপা গৰু ঘিঁউৰ সৈতে প্ৰদৰৰোগত খুউৱা হয়। সামান্য পৰিমাণৰ শিপাৰ গুড়ি সমপৰিমাণৰ জালুকগুৰি মৌ-জোলৰ লগত খালে কাহ আৰোগ্য হয়। পাতৰ মণ্ড পানীত গুলি বিষাক্ত কীটদংশন, বৰল-মৌ আদিয়ে ফুটিলে লগালে বেদনা উপশম হয়। গুটি পিহি পানীৰ সৈতে সৰ্পদংশনৰ ক্ষতস্থানত লগোৱা হয়। বিয়নীধৰাৰ পাতৰ ৰস নাকেৰে উজালে জ্বৰ এৰে। কেঁচা পাত জালুকৰ সৈতে খুন্দি বড়ি কৰি পালজ্বৰত খুউৱা হয়। তেজগ্রহণীত চেনিৰ সৈতে গছৰ ৰস ব্যৱহাৰ কৰা হয়। পত্ৰচূৰ্ণ বদহজমৰ ঔষধ। শিপাৰ ক্বাথ ব্যৱহাৰ কৰিলে শৌচ খোলোচা হয়।

---

## বেলিপকা

**Coccinia cordifolia** Cogn=**C. india** W & A.

Family : Cucurbitaceae

সংস্কৃত : বিম্বী

হিন্দী : কুন্দৰী

বাংলা : তেলকুচা

পৰিচিতি

বেলিপকা এবিধ আৰোহী লতা। ইয়াৰ পাত পাচকোণীয়া, দাঁতি কাঁচিদৰীয়া আৰু ১০–১৩ চেমি ডাঙৰ হয়। বাৰমাহেই বেলিপকাৰ ফুল ফুলে। ফল ৩–৫ চেমি ডাঙৰ হয়। ফুল কুন্দুলি আকাৰৰ, মিহি, সেউজীয়া ৰঙৰ আৰু গাত বগা বগা দাগ থাকে। ফল পকিলে ৰঙা হয়।

বেলিপকা দেশৰ সকলো অঞ্চলতে উৎপন্ন হয়।

প্ৰয়োগ

পাত আৰু শিপাৰ ৰস বহুমূত্ৰ আৰু পানীলগাৰ শ্বাস কষ্ট ৰোগত ব্যৱহৃত হয়। বসন্ত ৰোগত বা এনেয়ে গাৰ ছাল ফাটিলে পাতৰ ৰস ঘঁহে। ৰক্তপিত্তত ৰস খালে তেজপৰা বন্ধ হয়। আমজ শোথৰোগতো ভৰি ফুলা কমাবে। পাণ্ডুৰোগত শিপাৰ ৰস উপকাৰী। পাতৰ ৰস অধিক পৰিমাণে খালে বমি হয়; সেইবাবে খাদ্য বিষ ক্ৰিয়াত বমি হ'বলৈ খুউৰা হয়। পাতৰ ৰস মাতৃস্তনৰ দুগ্ধবৰ্ধক। পাত আৰু ডালৰ ক্বাথ কাহৰ ঔষধ। কেঁচা ফল তিতা কিন্তু পকিলে মিঠা হয়। ফলৰ ৰস এচামোচ মৌজোলৰ লগত



পুৱা-গধূলি এবাৰকৈ খালে জ্বৰ ভাল হয়। কেঁচা ফল চোবাই খালে জীভাৰ ক্ষত ভাল হয়; কিন্তু সৰু ল'ৰা-ছোৱালীয়ে কেঁচাই বেলিপকা খালে অপকাৰ হ'ব পাৰে।

## ৰাসায়নিক সংযুতি

Enzyme, hormone, amylase, traces of alkaloids, glucokenin, vitamin A, vitamin C

———

## ভেঁকুৰি তিতা

**Solanum indicum** Linn
Family : Solanaceae

সংস্কৃত : বৃহতী
হিন্দী : বীৰহাত্ৰা
বাংলা : ব্যাকুড়
ইংৰাজী : Indian Night Shade

পৰিচিতি

ভেকুঁৰি এবিধ জোপোহা, কোমল ঠাৰিৰ ৩ মিটাৰ পৰ্য্যন্ত ওখ উদ্ভিদ। গছৰ বাকলি মিহি, বৰণ শেঁতা, মুগা বা সেউজীয়া। ডাল আৰু পাতত ঘন ঘনকৈ কাঁইট থাকে। পাত ৫–১২ চেমি দীঘল আৰু ২·৫–৮ চেমিলৈ বহল হয়। পাত ডিম্বাকাৰ বা দীঘলীয়া আৰু কাঁচিদৰীয়া। ফুল নীলাভ বেঙুনীয়া। ফল ঘূৰণীয়া, মিহি আৰু হালধীয়া। জুন-অক্টোবৰ মাহত ভেঁকুৰিফুল ফুলে আৰু শীতকালত ফল লাগে।

সমগ্ৰ পৃথিৱীত ইয়াৰ ৭০০ প্ৰজাতি আছে। অসমৰ শিৱসাগৰ দৰং, নগাঁও, কামৰূপ, কাছাৰ আৰু গোৱালপাৰা জিলাত প্ৰচুৰ পৰিমাণে বনৰীয়া অৱস্থাত ভেঁকুৰি তিতা উৎপন্ন হয়।

দ্ৰব্যগুণ

ভেঁকুৰি গছৰ শিপা পৰিপাক সহায়ক, কফ নিঃসোৰক, হাপানি, কাহ, পানীলগা, দাঁত বিষ, জ্বৰ, কৃমি বা পেলু, পেটৰ বিষ, মূত্ৰ-কৃচ্ছ্ৰতা ইত্যাদি অনেক ৰোগত প্ৰয়োগ হয়। ভেঁকুৰি ফল তিতা আৰু শক্তিকাৰক। ফল আৰু পাত মূত্ৰবৰ্ধক আৰু শোথৰোগ উপশম কৰে।



প্ৰয়োগ

পাতৰ ৰসত আদাৰ ৰস মিহলাই খালে বমি বন্ধ হয়। কীট দংশনতো পাতৰ ৰস উপকাৰী। পাত আৰু ফল চেনিৰ সৈতে সানি ছালৰ খজুৰতিত লগোৱা হয়। মূত্ৰকৃচ্ছ্ৰতাত ফলৰ ৰস দিনে দুবাৰ আধা চামোচকৈ খুউৱা হয়। ইয়াৰ ৰসে অৰুচি দূৰ কৰে আৰু সৰু ল'ৰা-ছোৱালীৰ কৃমিনাশ কৰে। ই কুষ্ঠ, শ্বাসকষ্ট আৰু শূল বেদনাত উপকাৰী। কফজনিত বেদনা আৰু জ্বৰত কেঁচা ভেঁকুৰি ফল ৫।৬টা থেতেলি একাপ গৰম পানীত কেইঘণ্টামান তিয়াই সেই পানী দুঘণ্টা অন্তৰে অন্তৰে দুই-তিনিবাৰ খালে আৰোগ্য হয়। সৰ্দিৰ শ্বাসকষ্টতো এই বিধান প্ৰযোজ্য। পুৰণা হাপানি ৰোগত ভেঁকুৰি ফল ৫টা মান পিহি এসপ্তাহ নিয়মিত দুবাৰকৈ খালে উপ-শম হয়। ছায়েটিকা অৰ্থাৎ গৃধ্ৰসী বাতৰোগত ফল এৰী তেলত সিজাই তাৰ ৰস পুৰা-গধূলি ১০–১২ গ্ৰামকৈ খালে যন্ত্ৰণা লাঘৱ হয়। হঠাৎ কেশপতন অৰ্থাৎ যাক 'টকৌৰে খোৱা' বুলি কোৱা হয়—ই হ'ল একপ্ৰকাৰ বীজাণুৰ আক্ৰমণ। এনে অৱস্থাত ভেঁকুৰি ফলৰ ৰস উলিয়াই সমান পৰিমাণত মৌজোলৰ সৈতে তপা হোৱা অংশত ঘহি অন্ততঃ ৫।৭ ঘণ্টাৰ মূৰত মূৰ ধুব লাগে। এনেদৰে এদিনৰ অন্তৰে অন্তৰে মূৰত সানিব লাগে।

## ৰাসায়নিক সংযুতি

Enzyme, semidrying oil, fatty acids, alkaloids—Solanine, solanidine, sterols—sitosterol, carpesterol

---

## ভেদাই লতা

**Paederia foetida** Linn
Family : Rubiaceae

সংস্কৃত : প্ৰসাৰণী, ভদ্ৰালী
হিন্দী : গন্ধালী, গন্ধ-প্ৰসাৰণী
বাংলা : গাঁদাল
ইংৰাজী : Chinese flower plant, Chinese moon-creeper, King tonic

পৰিচিতি

ভেদাই, ভেদালী বা পাদুৰীলতা এবিধ মিহি বাঁওফালে পাক খাই বগোৱা আৰোহী লতা। ইয়াৰ ডাল-পাত বেয়া গোন্ধায়। পাত ৫-১২ চেমিলেকে ডাঙৰ আৰু ২-৭ চেমিলৈ বহল হয়। পাত ডিম্বাকাৰ বা বল্লমাকাৰ, কুশাগ্ৰ, অচ্ছিন্ন, কলাযুক্ত আৰু নিমজ। ফুল কজলা বৰণৰ, আগ ৰঙচুৱা। ফল ৰঙা আৰু দীৰ্ঘবৃত্তজ। ফুল জুলাইৰপৰা অক্টোবৰ মাহত ফুলে আৰু শীতকালত ফল ধৰে।

নগাঁও, দৰং, কামৰূপ, গোৱালপাৰা আৰু কাছাৰজিলাত প্ৰচুৰ পৰিমাণে ভেদাই লতা গজে।

দ্ৰব্যগুণ

ভেদাই লতাত দুবিধ উপক্ষাৰ পোৱা যায়। লতাত কাৰ্বন ডাই-ছালফাইড থকাৰ হেতুকে বেয়া গোন্ধায়। গৰম কৰিলে ই উৰি যায় আৰু সেয়েহে পাক কৰিলে ভেদাই লতাৰ পূৰ্বৰ উৎকট গোন্ধ পোৱা নাযায়।



প্ৰয়োগ

ভেদাইলতাৰ গুটিৰে দাঁত ঘহিলে দাঁত ক'লা পৰে যদিও ই দাঁত বিষৰ মহৌষধ। পাত আৰু শিপা শক্তিকাৰক। পাতৰ ৰস ৰক্তৰোধক, পাচক, বিষ আৰু বাতবিষনাশক। পেটৰ অসুখ বা দুৰ্বল ৰোগীক ভেদাইলতাৰ আঞ্জা খাবলৈ দিয়া হয়। অৰ্শবেদনা আৰু অৰ্শৰ ৰক্তক্ষৰণত ভেদাইলতাৰ ৰস আৰু কেঁচা হালধিৰ ৰস নিয়মিত খাবলৈ দিয়া হয়। ভেদাইলতাৰ ৰস আৰু পুৰাকল (কাঁচ-কল) একেলগে ভাজি খালে আমাশয় আৰোগ্য হয়। অৱশ্যে মাত্ৰাৰ আধিক্যত কোষ্ঠকাঠিন্য হ'ব পাৰে। শৰীৰৰ কোনোবা অংগ পংগু হৈছে কিন্তু স্পৰ্শকাতৰতা সম্পূৰ্ণ লোপ পোৱা নাই—তেনে অৱস্থাত ভেদাইলতাৰ ৰস মালিচ কৰিলে বা সেৱন কৰিলে তেনে পংগু অংগ ক্ৰমে আৰোগ্যৰ পথলৈ অহা দেখা যায়। প্ৰস্ৰাৱ বেদনাত ভেদাইপাতৰ ৰস কেঁচা গাখীৰত মিহলাই নিয়মিত কিছুদিন খাবলৈ দিয়া হয়। ভেদাইলতাৰ ৰস এৰীতেলত মিহলাই পুৱা খালে বাত-বিষ আৰোগ্য হয়। আমবাত ৰোগত এফুটা নহৰুৰ লগত ইয়াৰ ৰস চোবাই খাবলৈ দিয়া হয়। হঠাৎ কিবা এটা দাঙিবলৈ গৈ বা কোনোবা ফালে চাওঁতে গিৰা সংকোচন ঘটি অসম্ভৱ বিষ হ'লে ভেদাইপাতৰ ৰস তিলতেলত মিহলাই ঘহিলে বিষ নোহোৱা হয়। সৰু, ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত বদহজমত ভেদাইপাতৰ ৰস খাবলৈ দিয়ে। বয়সস্থসকলে ভেদাইলতা সিজাই খালে এই দোষ আঁতৰে।

## ৰাসায়নিক সংযুতি

Alkaloids—α-paederine, β-paederine, essential oil—carbon disulphide, straight chain fatty alcohol, sterols

———

# ভোট এৰা

**Jatropha curcas** Linn

Family : Euphorbiaceae

সংস্কৃত : কানন এৰাণ্ডা
হিন্দী : জংগলী এৰাণ্ডী
বাংলা : বন ভেৰাণ্ডা
ইংৰাজী : Physic nut

পৰিচিতি

ভোট এৰা বা বঙালী এৰা এবিধ পণপাতী স্বচ্ছ আঠা ওলোৱা কোমল কাণ্ডৰ উদ্ভিদ। গছৰ বাকলি ডাঠ আৰু সেউজীয়া। কাণ্ড কাষ্ঠল। পাত বিপৰীতক্ৰমী, ৩-৫ খলপীয়া, হৃদয়াকাৰ, আৰু ১০-১৫ চেমিলৈকে ডাঙৰ হয়। পত্ৰবৃন্ত দীঘলীয়া। সাধাৰণতে কাণ্ডৰ আগ অংশত পাত থাকে আৰু তলফালৰ পাত সৰি যায়। পত্ৰবৃন্ত ভাঙিলেও ৰস ওলায়। ফুল ৭.৫ চেমি ডাঙৰ আৰু হালধীয়া। ফল ২-৫ ছেমি ডাঙৰ, ডিম্বাকাৰ আৰু ক'লা বৰণৰ বীজ, ডিম্বাকাৰ, মুগা আৰু ১-৮ চেমি দীঘল।

দ্ৰব্যগুণ

বঙালী এৰাৰ গুটি উগ্ৰ মাদক, গুটিৰ তেল জুলাপ আৰু বীজাণু বাৰক। পাত দুগ্ধবৰ্ধক, কাণ্ডৰ ৰস ৰক্তৰোধক আৰু বীজাণুনাশক। শিপাৰ ছাল শক্তিকাৰক। গছ মৎস্য-বিহ।

প্ৰয়োগ

বীজৰ হালধীয়া তেল ১০-২০ টোপাল জুলাপ হিচাপে ব্যৱহাৰ কৰা হয়। কেতিয়াবা এই জুলাপ প্ৰয়োগ কৰাৰ ফলত পেট খামোচা মাৰি ধৰে; তেনে অৱস্থাত নেমুৰ ৰস খোৱা উচিত। খজুৱতি আৰু খহুত এই তেল ঘহা হয়। তেল কোষ্ঠকাঠিন্য, শোথৰোগ, একাংগী আৰু কৃমিত ব্যৱহাৰ কৰা হয়। বাতবিষত তেলেৰে মালিচ কৰা হয়। স্তনত তেল ঘহিলে স্তনদুগ্ধ বৃদ্ধি পায়। পাত দুগ্ধ বৃদ্ধিৰ বাবে স্তনত মাতৃসকলে ঘহে। প্ৰথমে পাত জুইত সেকি স্তনত লেও দিয়া হয় অথবা ডালপাত পানীত সিজাই তাৰ ৰস আঁৰু মণ্ড স্তনত কিছুসময় সানি থয়। পাত গৰম কৰি এৰীতেলৰ সৈতে মিহলাই ফোঁহাত সানে। পাতৰ ৰসেৰে মুখ কুলকুলি কৰিলে দাঁতৰ আলু ভালে থাকে। কাণ্ডৰ ৰস অংগক্ষত, খহু, ঘা আদিৰ তেজ বন্ধ কৰিবলৈ ব্যৱহাৰ কৰে। ঠাৰিৰে দাঁত ঘহিলে দাঁতৰ আলু ফুলা আৰোগ্য হয়। নিয়মিত ভোট এৰাৰ ঠাৰিৰে দাঁত মঞ্জন কৰিলে দাঁত নিৰোগী হয়। ৰস খৰতো লগোৱা হয়। বীজ এবিধ তীব্ৰ মাদক, বিহ আৰু ৰেচক।

# ৰাসায়নিক সংযুতি

Curcin, fatty oil, 2—phytosterols, phytosterolin (glucoside of phytosterol), sucrose, resinous matter

---

## মাটিকঠাল

**Ananas comosus Merr.** syn. **A. sativus** Schult. f-

Family : Bromeliaceae

সংস্কৃত : আনানস
হিন্দী : আনানস
বাংলা : আনারস
ইংৰাজী : Pine apple

পৰিচিতি

মাটিকঠাল ৫০ চেমিৰ পৰা ১.৫ মিটাৰ পৰ্যন্ত ওখ হয়। পাত গছৰ গুৰিৰপৰা গজে। পাত দীঘল, দুয়োকাষ কাঁচিদৰীয়া। গা-গছ পাতেৰে সম্পূৰ্ণ ঢাক খাই থাকে। তলৰপৰা পাতবোৰ ক্ৰমান্বয়ে ওপৰলৈ সৰু হৈ আহে। শীতকালত ফুল ফুলে। ফুলৰ ঠাৰি গা-গছৰেই বৰ্ধিত অংশ। এটা এটা থোক হৈ ফুল ফুলে। ফুল এদিন ফুলিয়েই মৰহে। ফুলৰ থোকটোৱেই ফলত পৰিণত হয়। ফল অসংখ্য চকুৰ সমষ্টি। কেঁচা অৱস্থাত ফল টেঙা, পকিলে ফল হালধীয়া বৰণ লয়, কোমল, ৰসাল আৰু সুগন্ধি হয়। মাটিকঠালৰ আগ ৰোপন কৰি খেতি কৰা হয়।

১৪৯৩ চনত দক্ষিণ আমেৰিকাৰ গুৱাডিলুপে উপকূলত কলম্বাছে এবিধ নতুন, ৰসাল, সুগন্ধি আৰু অপূৰ্ব স্বাদৰ ফলৰ জুটি পায়। সেইদিনাৰে পৰা ইউৰোপত এই ফলে তোলপাৰ লগালে। ব্ৰাজিলৰ জিন-দা-লাৰীয়ে তাৰ স্থানীয় নাম 'নানা'ৰ পৰা এইফলৰ নাম ৰাখে 'এনানাছ' (ananas) আৰু উদ্ভিদ বিজ্ঞানত ইয়াৰ নামকৰণ হয়গৈ 'এনানাছ কম'ছাছ'। দক্ষিণ ভাৰতত ১৫৫০ চনৰপৰা মাটিকঠালৰ খেতি হয় বুলি



জনা যায়। পৰ্তুগীজসকলেই হয়তো মাটিকঁঠাল ভাৰতলৈ আনিছিল। ১৬৮০ৰপৰা ১৭০০ চনৰ ভিতৰত অসম, ব্ৰহ্মদেশ আৰু শ্যামদেশলৈ মাটিকঠালৰ সঁচৰ আমদানী হয়। অসমত বছৰি ৩৩,০০০ টনতকৈ অধিক মাটি কঠাল উৎপাদন হয়।

দ্ৰব্যগুণ

সৰস মাটিকঠালত ব্ৰ'মেলিন নামৰ এবিধ এনজাইম পোৱা যায় আৰু ই খাদ্য পৰিপাকত সহায় কৰে। যোৰহাটৰ আঞ্চলিক গৱেষণাগাৰত মাটিকঠাল আৰু মাটিকঠালৰ পেলনীয়া অংশৰপৰা ব্ৰ'মেলিন উৎপাদন কৰাৰ এটা পদ্ধতি আৱিষ্কৃত হৈছে। তদুপৰি উক্ত গৱেষণাগাৰত বৈজ্ঞানিকসকলে মাটিকঠালৰ পেলনীয়া অংশৰ জাৰণ ঘটাই অক্‌জেলিক এচিড (৭৫-৮০%) পৃথক কৰিবলৈ সক্ষম হৈছে।

প্ৰয়োগ

পকা মাটিকঠালৰ ৰস মূত্ৰকাৰক, শীতলকাৰক আৰু ই পেট খোলোচা কৰে। কেঁচা ফলৰ ৰস টেঙা। ইও মূত্ৰকাৰক, খহু নাশক, কৃমিনাশক আৰু ঋতুস্ৰাৱৰৰ্ধক। কেঁচা ফলৰ ৰস অধিক পৰিমাণত খালে গৰ্ভপাত ঘটাৰ আশংকা থাকে বাবে গৰ্ভৱতী তিৰোতাই কেঁচা মাটিকঠাল খোৱা অনুচিত। মাটিকঠালৰ ৰসত প্ৰ'টিড পাচক পোৱা যায় আৰু ই আন্ত্ৰিক অম্ল বা ক্ষাৰ নিঃসৰণ দুয়ো ক্ষেত্ৰতে কাৰ্য্যকৰী। সৰু ল'ৰা-ছোৱালীৰ কৃমি হ'লে সাধাৰণতে মাটিকঠালৰ পাতৰ কোঁহ খুউৱা হয়। ই এবিধ উত্তম কৃমিনাশক। পকা ফলৰ ৰস পাণ্ডুৰোগত উপকাৰী। পাতৰ ৰসত চেনি মিহলাই খালে হেঁকুটি অহা বন্ধ হয়।

### ৰাসায়নিক সংযুতি

Enzyme—bromelin, alkaloid

## মানকচু

**Alocasia indica** Schott
Family : Araceae

সংস্কৃত : মানক
হিন্দী : মানকন্দ
বাংলা : মানকচু
ইংৰাজী : Grean leaved caladium

পৰিচিতি

মানকচু ১–২.৫ মিটাৰ পৰ্য্যন্ত ওখ এবিধ ক'লা বৰণীয়া উদ্ভিদ। পাত ডিম্বাকাৰ বা হৃদয়াকাৰ আৰু ১ মিটাৰলৈকে ডাঙৰ হয়। পাতৰ দাঁতি ঢৌ খেলোৱা, আগজোঙা আৰু পাতৰ ঠাবি .৬–১ মিটাৰ দীঘল হয়। ফুলৰ ঠাবি ১০–২০ চেমি দীঘল, হালধীয়া সেউজ, ৰঙা আঁকথকা আৰু ঢৌ খেলোৱা। কন্দ সমান্তৰাল।

মানকচু ভাৰতৰ প্ৰায় সকলো অঞ্চলতে উৎপন্ন হয়। অসম আৰু পশ্চিম বংগত ইয়াৰ খেতি কৰা হয়।

প্ৰয়োগ

মানকচুৰ শিপা, কন্দ, কাণ্ড আৰু পত্ৰবৃন্ত ঔষধৰূপে ব্যৱহৃত হয়। পাতৰ ৰস বা পাচন পেটৰ বিষ আৰু কোষ্ঠকাঠিন্যত খায়। পাত পানীত সিজাই তাৰ ৰস ঘিঁউৰ সৈতে ৰোগীক খাবলৈ দিয়া হয়। কাণ্ড জুইত সেকি তাৰ ৰস ক্ষতত দিলে তেজ ওলোৱা বন্ধ হয় আৰু সোনকালে শুকায়। পত্ৰবৃন্তৰ ৰস ল'ৰা-ছোৱালীৰ কাণৰ পৰা পূজঁ ওলোৱা ৰোগত (otorrhoea) দিয়া হয়। শিপাৰ ৰস জুলাপ আৰু মূত্ৰকাৰক। সাধাৰণতে কোষ্ঠকাঠিন্য আৰু শোথৰোগত



ইয়াৰ মণ্ড খুউৱা হয়। শিপাৰ ছাই কৃমিনাশক আৰু মৌজোলৰ সৈতে মিহলাই জিভা আৰু মুখৰ ভিতৰত ঘা পৰা ক্ষতত লগোৱা হয়। কন্দ গৰম কৰি বাতবিষত প্ৰলেপ দিয়া হয়। শোথৰোগত (anasarca) শুকান কন্দ বা কাণ্ড চাউলৰ সৈতে সিজাই ৰোগীক খাবলৈ দিয়ে। অৰ্শ আৰু কোষ্ঠকাঠিন্যতো এই বিধান প্ৰযোজ্য।

### ৰাসায়নিক সংযুতি

Acicular crystals of oxalate of lime

———

## মানিমুনি

**Hydrocotyle asiatica** Linn Or
Centella asiatica (Linn) Urban
Family : Umbelliferae

সংস্কৃত : মণ্ডুকপৰ্ণী
হিন্দী : ব্ৰহ্মাণ্ডুকী
বাংলা : থানকুনি, থুলকুড়ি
ইংৰাজী : Indian Penny wort

সংস্কৃত 'মণ্ডুক' শব্দৰ অৰ্থ ভেকুলী বা বেং। মানিমুনিৰ পাতৰ আকাৰ ভেকুলী পটাৰ দৰে দেখাত বাবেই হয়তো সংস্কৃতত মানিমুনিক 'মণ্ডুকপৰ্ণী' বা 'মাণ্ডূকী' বলি কোৱা হয়।

পৰিচিতি

মানিমুনি মাটিত বগায়। কাণ্ডৰ গাঁঠিত শিপা থাকে। পাত সৰু ২-৪ চেমি ডাঙৰ হয়। পাতৰ ফলক বৃক্কৰ দৰে ; অৰ্থাৎ ফলকৰ ফালে প্ৰসাৰিত আৰু ঘূৰণীয়া কিন্তু গুৰিৰ ফালে ঠাৰিৰ লগত সংযুক্ত অংশত এটা খাঁজ হৈ দুটা গোলাকাৰ খণ্ডত বিভক্ত হয়। ফুল সৰু আৰু বং বেঙুনীয়া ৰঙা। ফুল জুলাই-আগষ্ট মাহত ফুলে আৰু ফল সৰু আৰু ৭-৯ সিৰীয়া।

আমাৰ দেশত ডাঙৰ আৰু সৰু দুবিধ মানিমুনি পোৱা যায়। সৰু মানিমুনি বিশেষকৈ কোচবিহাৰ আৰু অসমৰ সকলো অঞ্চলতে জন্ম হয়। সেমেকা জলবায়ু ইয়াৰ বাবে উপযোগী।

দ্ৰব্যগুণ

মানিমুনিৰ সজীৱ বা শুকান পাত আৰু গা-গছ, শিপা আৰু বীজ ঔষধ ৰূপে ব্যৱহৃত হয়। মানিমুনি শাক শক্তিকাৰক, চৰ্ম,



কুষ্ঠ, ৰক্ত আৰু স্নায়ুৰোগৰ ঔষধ। মানিমুনি পাত শক্তিকাৰক, স্মৃতিবৰ্ধক, কীটাণুনাশক আৰু চৰ্মৰোগত (উপদংশ—অভ্যন্তৰীণ বা বহিৰংগৰ) উপকাৰী। মানিমুনি শাকত 'এছিয়াটিক'ছাইড' নামৰ এবিধ ঔষধ পোৱা যায়। ই কুষ্ঠৰোগত উপকাৰী। জন্তুৰ ওপৰত কৰা পৰীক্ষাৰ ফলত দেখা গৈছে ইয়াৰ ৰস সেৱনৰ ফলত ছাল, চুলি আৰু নখৰ বৃদ্ধি পায়।

প্ৰয়োগ

মানিমুনিৰ ৰস অলপ গৰম কৰি খালে আমাশয় আৰোগ্য হয়। অৰ্বৰ বেলিকাও এই বিধান পালন কৰে। আনকি উপদংশ ৰোগতো উপকাৰ পোৱা যায়। অস্বাভাৱিক ঘাম ওলালে বা গাৰ ঘামৰ দুৰ্গন্ধ আঁতৰাবলৈ নিয়মিত মানিমুনিৰ ৰস খোৱা উচিত। ৰস গ্ৰহণীতো সুফলদায়ক। অপুষ্টজনিত কাৰণত চুলি সৰিলে মানিমুনি পাতৰ ৰস কুহুমীয়া গৰম গাখীৰত মিহলাই খায়। ছালৰ লাৱণ্য বৃদ্ধি পায় আৰু নতুন চুলি গজে। বৰ মানিমুনি পাতত গৰু ঘিঁউ সানি ফোঁহাৰ ওপৰত লেপ দিলে ফোঁহা পকে আৰু সোনকালে শুকায়। শাওঁযুক্ত মল, পেট খোলোচা নহয়, পেটৰ বায়ু আদি পেটৰ অসুখত মানিমুনিৰ ৰস অব্যৰ্থ। মানিমুনি শাকৰ আঞ্জা খালে টোপনি নহা, গা বাই-জাই কৰা আদি দোষবোৰ নোহোৱা হয়। মানিমুনিৰ ৰস মৌজোল আৰু গাখীৰৰ সৈতে নিয়মিত খালে স্মৃতি শক্তি বাঢ়ে। অনিয়মিত ঋতুস্ৰাৱত মানিমুনিৰ ৰস উপকাৰী। যক্ষ্মা ৰোগতো ৰস সেৱন কৰিবলৈ দিয়া হয়। ৰসত পোৱা অক্সি-এছিয়াটিক' ছাইড ঔষধে যক্ষ্মা ৰোগ নিৰাময়ত সহায় কৰে।

অসমীয়া গ্ৰাম্য সমাজত মানিমুনি শাকৰ আদৰ যথেষ্ট।

'শাকৰ ৰজা মানিমুনি, মাছৰ ৰজা চন্দা
টেঙাৰ ৰজা সোলেং টেঙা, কলৰ ৰজা সোন্দা।'

গাঁৱৰ বয়োবৃদ্ধসকলৰ অনেকে আজিও নিতৌ পুৱা ১০।১২ খিলাকৈ মানিমুনি পাত খাই স্বাস্থ্য ৰক্ষাৰ নীতি পালন কৰা দেখা যায়। কথাতে কয়-'মানিমুনিত আয়ু, মূলাত বায়ু।'

## ৰাসায়নিক সংযুতি

Alkaloid—hydrocotyline, vellarine ; acids—pectic acid, centotic acid, centellic acid ; glycosides—asiaticoside, oxyasiaticoside ; sterols—sitosterol, $\beta$- sitosterol, essential oil, fatty acid, tannin, resinous substances

———



## ৰুদ্ৰাক্ষ

**Elaeocarpus ganitrus** Roxb=
**E. sphaericus** K. Schum
Family : Elaeocarpaceae

সংস্কৃত : ৰুদ্ৰাক্ষ
হিন্দী : ৰুদ্ৰাকী
বাংলা : রুদ্রাক্ষ

### পৰিচিতি

ৰুদ্ৰাক্ষ গছ ২০ মিটাৰ পৰ্য্যন্ত ওখ আৰু গাব বেৰ ১.৫ মিটাৰ-লৈকে হয়। গছৰ ছাল মিহি আৰু মুগা বৰণীয়া। পাত ৮–১৫ চেমি দীঘল আৰু ২.৫–৫ চেমি বহল হয়। পাতৰ আকাৰ দীঘলীয়া, বল্লমাকাৰ আৰু কেতিয়াবা ডিম্বাকাৰ হয়। পাত মিহি আৰু সৰাৰ আগে আগে হালধীয়া বৰণ লয়। ফুল বগা, কলি ডিম্বাকাৰ আৰু পুষ্পদণ্ড নিমজ। ফল ঘূৰণীয়া আৰু পৃষ্ঠভাগ খহটা হয়। বীজত ৫ টা কোষ থাকে। মে'-জুন মাহত ফুল ফুলে আৰু নৱেম্বৰ-ডিচেম্বৰ মাহত ফল ধৰে।

ৰুদ্ৰাক্ষ গছ নিঃসন্দেহে অসমৰ স্থানীয় গছ আৰু আটাইকেউখন জিলাতে ই উৎপন্ন হয়। অসমৰ উপৰিও বিহাৰ, পশ্চিম বংগ, মধ্য প্ৰদেশ, বোম্বাই আৰু নেপালত হয়। সমগ্ৰ বিশ্বত ইয়াৰ ৯০ টা প্ৰজাতি আছে। তাৰে এতিয়ালৈকে ভাৰতত ১৯ টা প্ৰজাতি পোৱা গৈছে।

### দ্ৰব্যগুণ

ভাৰতীয় সন্ন্যাসীসকলে ৰুদ্ৰাক্ষ মালা পিন্ধে আৰু ধ্যানত ৰুদ্ৰাক্ষ মালা জপ কৰে। ৰুদ্ৰাক্ষ বসন্ত, বাত, কৃমি, শিৰোৰোগৰ ঔষধ। ই বিষ-

নাশক আৰু ৰুচিকাৰক। ১৯৬৫ চনৰ অক্টোবৰ মাহত লছ এঞ্জেলছ কেলিফৰ্নিয়াৰপৰা প্ৰকাশিত 'Self-Realization' নামৰ পত্ৰিকাত প্ৰকাশিত ভাৰতীয় সন্ন্যাসীসকলৰ বিশ্বাস ৰুদ্ৰাক্ষত বিদ্যুৎ-চুম্বকীয় প্ৰভাৱ বৰ্তমান আৰু ই স্বাস্থ্য ৰক্ষাৰ ক্ষেত্ৰত অধিক সহায়ক। (It conveys electro-magnetic influences).

প্ৰয়োগ

বসন্তৰোগত ৰাজস্থানৰ বৈদ্যসকলে ৰুদ্ৰাক্ষ ঘহি গাত সানিবলৈ দিয়ে। অনেকে ইয়াক সংক্ৰামক ৰোগ, বিশেষকৈ বসন্তৰোগ প্ৰতিষেধক বুলি গণ্য কৰে। যক্ষ্মাৰোগত ৰুদ্ৰাক্ষ ঘহা তুলসী ফুলৰ সৈতে খুউৱা হয়। মুমূৰ্ষ অৱস্থাত হৃৎপিণ্ড সক্ৰিয় কৰিবলৈ ৰোগীক ৰুদ্ৰাক্ষ ঘহা মৌজোলৰ সৈতে বৈদ্যসকলে খুৱায়।

## ৰাসায়নিক সংযুতি

Vitamin C, citric acid, alkaloids—elaeocarpidine, (+) elaeocarpiline, (-) isoelaeocarpiline, (±) elaeocarpine, (±) isoelaeocarpine, (+) isoelaeocarpicine, traces of fixed oil

---



## লাতুমণি

**Abrus precatrius** Linn

Family : Leguminosae

সংস্কৃত : গুঞ্জা
হিন্দী : ৰতি
বাংলা : কুঁচ
ইংৰাজী : Jequirity, Bead tree, Crab's eye

পৰিচিতি

লাতুমণি এবিধ আৰোহী লতা। গুটিৰ মূৰ ক'লা, গা ৰঙা। আগতে সোণাৰিয়ে লাতুমণি গুটিক ওজন হিচাবে ব্যৱহাৰ কৰিছিল। ছটা গুটিৰ ওজন এআনা আৰু ৯৬ টা গুটিত এতোলা হয়। লাতুমণি গুটি বগা ৰঙৰো পোৱা যায়। তাক বগা লাতুমণি বুলি কোৱা হয়। লাতুমণি গুটি দেখাত ধুনীয়া বাবে চৰায়ে এঠাইৰপৰা এঠাইলৈ কঢ়িয়াই লৈ যায় আৰু এনেদৰে বংশ বিস্তাৰ ঘটে।

লাতুমণিৰ পাত ৫–৮ চেমি আৰু উপপত্ৰ .২ চেমি দীঘল হয়। পাত জোঙা, পত্ৰিকা নিমজ আৰু আয়তাকাৰ বা জিভা আকাৰৰ। ফুল ৰঙা বা পাতল ধোঁৱা বৰণৰ। দলমণ্ডল ডিম্বাকাৰ। গুটি .৫ চেমি ডাঙৰ হয়। গুটিৰ ⅔ অংশ ৰঙা আৰু বাকী অংশ ক'লা। ফুল আগষ্ট-ছেপ্তেম্বৰত ফুলে আৰু ডিচেম্বৰ-জানুৱাৰি মাহত গুটি ধৰে।

হিমালয়ৰ প্ৰায় ১০০০ মিটাৰ উচ্চতাৰপৰা দাক্ষিণাত্য পৰ্য্যন্ত ভাৰতৰ সমভূমি অঞ্চলসমূহত লাতুমণি উৎপন্ন হয়। অসমৰ দয়ো উপত্যকাৰ সমভূমিৰ হাবিতলীয়া অঞ্চলত পোৱা যায়।

প্ৰয়োগ

লাতুমণিৰ পাত বেদনা নিবাৰক। পাতৰ ৰস মাত ভগা, শুকান কাহ আৰু দুৰ্গন্ধ প্ৰস্ৰাৱৰ ঔষধ। ৰক্ত শোধনতো পাতৰ ৰস যথেষ্ট উপকাৰী। বাতবিষত পাতৰ মণ্ডৰ প্ৰলেপ দিলে বেদনা নাশ হয়, উখহা জামৰে আৰু ৰোগৰ উপশম হয়। গৰম সৰিয়হ তেলত পাত তিয়াই গাৰ বিষত সেক দিলে বেদনা লাঘৱ হয়। লাতুমণিৰ শিপা বমনকাৰী আৰু বিষক্ৰিয়াৰ প্ৰতিকাৰক। তদুপৰি নেবানেপেৰা কাহ, মাত ভগা আৰু বাতবিষৰ আৰোগ্যতো শিপাৰ ৰস ব্যৱহাৰ হয়। লাতুমণি বীজ বিষাক্ত। বীজত এব্ৰিন আৰু এব্ৰিক এচিড পোৱা যায়। খুব সামান্য পৰিমাণত জুলাপ আৰু বমনকাৰী ঔষধ হিচাপে ইয়াক প্ৰয়োগ কৰা হয়। পৰিমাণৰ আধিক্যত ই বিষৱৎ। গৰ্ভধাৰণ ৰোধ কৰিবৰ বাবে গাঁৱৰ অনেক তিৰোতাই লাতুমণি গুটি চোবাই খোৱা শুনা যায়। বীজচূৰ্ণ গাখীৰৰ লগত খালে কামোদ্দীপক ফল পোৱা যায়। বীজমণ্ড তপিনা জোৰাৰ বাতবিষ, কান্ধৰ বিষ, একাংগী, স্নায়বিক ৰোগ, চৰ্মৰোগ, ঘা, খেতেলা খোৱা, জ্বলা-পোৰা, চকুৰ অসুখ ইত্যাদি অনেক ৰোগত ব্যৱহাৰ কৰা হয়।

চেণ্ট্ৰেল ড্ৰাগ ৰিচাৰ্ছ ইন্সষ্টিউটৰ ১৯৬৩-৬৪ চনৰ মুখপত্ৰত প্ৰকাশিত তথ্য মতে লাতুমণিত তন্ত্ৰ-সংকোচন আৰু ৰক্তক্ষৰণৰোধক এবিধ উপাদান আছে।

## ৰাসায়নিক সংযুতি

Alkaloids—abrine glucoside, abralin, protein abrine, glycyrrihizin, a fat splitting enzyme, acid—abrussic acid, an acid resin, haemagglutinin

———



## শিলিখা

**Terminalia chebula** Retz

Family : Combretaceae

সংস্কৃত : হৰীতকী
হিন্দী : হৰীৰ
বাংলা : হৰীতকী
ইংৰাজী : Chebulic myrobalan, Myrobalan

পৰিচিতি

শিলিখা এবিধ পৰ্ণপাতী বৃক্ষ। ২৫–২৮ মিটাৰ পৰ্য্যন্ত ওখ হয়। শিলিখা গছৰ ছাল ধোঁৱা বৰণীয়া, খহটা আৰু সিৰলা-সিৰলী। পাত জামুপাতৰ দৰে সৰু, ৭-১৮ চেমিলৈকে দীঘল হয়। পাত বিপৰীতক্ৰমী, সূক্ষ্মাগ্ৰ, উপবৃত্তাকাৰ বা কুশাগ্ৰ। গ্ৰীষ্ম কালত ফুল ফুলে। ফুল উভলিংগী। শীতকালত ফল ধৰে। ফল ২-৫ চেমিলৈকে দীঘল হয় ফল পাঁচ সিৰীয়া।

শিলিখা বিশেষকৈ গোৱালপাৰা আৰু কামৰূপ জিলাত অধিক পৰিমাণে উৎপন্ন হয়। অন্যান্য অঞ্চলতো ইয়াৰ ঔষধি গুণৰ বাবে ৰোপণ কৰে।

দ্ৰব্যগুণ

শিলিখা ফলত ৩০% ৰক্তৰোধক এবিধ দ্ৰব্য আছে বুলি বৈজ্ঞানিক বিশ্লেষণত প্ৰমাণিত। তদুপৰি 'চেবুলিনিক' নামৰ এবিধ এচিড পোৱা যায় আৰু ইয়েই গুণকাৰক দ্ৰব্য। শিলিখাত পোৱা 'এনথ্ৰাকুইনান'ৰ বাবে ই ৰেচক গুণসম্পন্ন। শিলিখা বীজাণুবাৰক, ভেঁকুৰ আৰু কৃমিনাশক।

প্ৰয়োগ

শিলিখাৰ ৰোগবিনাশী ক্ষমতা অপাৰ আৰু বিভিন্ন দেশত বিভিন্ন অঞ্চলত অতীজৰেপৰা ব্যৱহৃত হৈ-আহিছে। শিলিখা অৰ্শ, অজীৰ্ণতা, ৰক্তামাশয়, জ্বৰ, কাহ, মূত্ৰৰোগ, বাতবিষ, কোষ্ঠকাঠিন্য, জঠৰ বায়ু, হাপানি, হেঁকটি, বমি, কৃমি, পেটবিষ, প্লীহাবৃদ্ধি, যকৃৎ দোষ, দুৰ্বলতা, স্মৃতিভ্ৰংশ, ক্ষত, দাঁতৰ অসুখ, বৃশ্চিক দংশন ইত্যাদি অনেক ৰোগত হিতকৰ। আমাৰ এষাৰ প্ৰবচনেই আছে–

'ভাত খাই উঠি তিনি শিলিখা
তাৰ মানত ৰোগ তিলিকা।'

অজীৰ্ণতা ৰোগত শিলিখা, পিপলি আৰু সৈন্ধৱলোণ মিহলাই খায়। শিলিখা ফলৰ বাকলিৰ মণ্ড অৰ্শত ব্যৱহাৰ কৰিলে উপশম হয়। ৰক্তাৰ্শত কুহিঁয়াৰৰ গুড়ৰ সৈতে খাবলৈ দিয়া হয়। এৰাঁ ভঙাত শিলিখা ফলৰ ৰস-ডালিম ফুলৰ ৰস আৰু ডুবৰি বনৰ ৰস মিহলাই নাকেৰে উজালে, নাকৰপৰা তেজ ওলোৱা বন্ধ হয়।

শিলিখা পানীৰে চকু ধুলে চকু উঠা ভাল হয়। শিলিখাই দৃষ্টি শক্তি অটুট ৰাখে।

'মৰিচ শিলিখা সমভাগ কৰি
মউ দিয়া তাক কৰয় ভোজন
তবে দৃষ্টি যায় অৰ্দ্ধেক যোজন।'

শিলিখাৰ পানী পাণ্ডুৰোগতো উপকাৰী। শিলিখা চূৰ্ণ গৰু ঘিঁউৰ সৈতে বা সৈন্ধৱ লোণ আৰু গোল নেমুৰ ৰসত মিহলাই খালে সৰ্বপ্ৰকাৰৰ পিত্তশূল আৰোগ্য হয়। শিলিখা চূৰ্ণ আনকি শোথ ৰোগতো ব্যৱহৃত হয়। শিলিখাৰ ছাই ক্ষতস্থানত লগালে ঘা শুকায়। মুখৰ ভিতৰত হোৱা ঘা শিলিখা পানীৰে কুলকুলিয়ালে ভাল হয়।



দাঁত আৰু আলুৰ অসুখত শিলিখা চূৰ্ণৰে মঞ্জন কৰিলে আৰোগ্য হয়। মাখিছাল এৰালে বা পুৰিলে সেই ঠাইত শিলিখা চূৰ্ণ এৰী তেলত মিহলাই লগোৱা হয়।

ঋতুভেদে শিলিখাৰ ব্যৱহাৰ

বৰ্ষাকালত সৈন্ধৱলোণ, শৰৎ কালত চেনি, হেমন্তকালত আদাৰ শুঠঁচূৰ্ণ, শীতকালত পিপলিচূৰ্ণ, বসন্তকালত মৌজোল আৰু গ্ৰীষ্ম–কালত গুড়ৰ লগত শিলিখা ব্যৱহাৰ কৰা বিধানক 'ঋতু হৰীতকী' বুলি কোৱা হয়।

নিমখৰ সৈতে খালে কফ, চেনিৰ সৈতে খালে পিত্ত, ঘিঁউৰ সৈতে খালে বাতজ ৰোগ আৰু গুড়ৰ সৈতে খালে সৰ্বৰোগ নাশ হয়। শিলিখা চোবাই খালে হজমী শক্তি বৃদ্ধি পায়, পিহি খালে শৌচ খোলোচা হয়, হীনমাত্ৰাত সিজাই খালে শৌচ কঠিন হয়, ভাজি খালে বায়ু পিত্ত আৰু কফ নাশ হয়। আহাৰৰ লগত খালে শক্তিকাৰক, বায়ু, পিত্ত, কফ নাশ হয় আৰু শৰীৰৰ দূষিত পদাৰ্থ নিৰ্গমন হয়। আহাৰৰ পাছত খালে বায়ু, পিত্ত আৰু কফ জনিত ৰোগসমূহ নাশ হয়।

নিষেধ

গৰ্ভৱতী তিৰোতা, দুৰ্বল, ক্লান্ত আৰু ৰুক্ষ প্ৰকৃতিৰলোকে শিলিখা খোৱাতো আমাৰ বৈদ্যসকলে নিষেধ কৰে।

## ৰাসায়নিক সংযুতি

Tannin, polyphenolic compounds—chebulinic acid, chebulgic acid, gallic acid, corilagin and number of unidentified phenolic constituents, anthraquinone

———

## সৰিয়হ

**Brassica campestris** Linn

Family : Cruciferae

সংস্কৃত : সর্ষপ
হিন্দী : সৰসোঁ
বাংলা : স'ৰষ
ইংৰাজী : Mustard

পৰিচিতি

সৰিয়হ কেইবা জাতিৰো আছে। তাৰ ভিতৰত ব্ৰেছিকা কেম-পেছত্রিছ, বগা সৰিয়হ (b. alba), ক'লা সৰিয়হ (b. nigra) লাই বা লাহি সৰিয়হ (b. juncea), মাঘি সৰিয়হ (b. napus) আৰু তৰামণি সৰিয়হ (b. eruca) ব্যৱসায়িক দিশৰপৰা বিশেষ উল্লেখযোগ্য।

সৰিয়হ গছ থিয় আৰু ৬০ চেমি মান ওখ হয়। পাত খঁাজ কটা আৰু শুংযুক্ত। পাতৰ গুৰি বহল আৰু ই কাণ্ডক আবৰি থাকে। কাণ্ডৰ আগত বেছিম পুষ্পবিন্যাস হয়। ফল দীঘলীয়া। ফলৰ আগ জোঙা, দীঘলীয়া আৰু চেপেটা। ফল পকিলে তলৰপৰা দুফাল হৈ ফাটে। গুটিবোৰ দুটা শাৰীত চিৰাত লাগি থাকে।

অসমত ব্ৰেছিকা কেমপেছত্রিছ জাতৰ সৰিয়হ বহুল ভাবে খেতি কৰা হয়। বিহাৰ, পশ্চিম বংগ, উৰিষ্যা, উত্তৰ প্ৰদেশ, আৰু পঞ্জাবত অন্যান্য জাতৰ সৰিয়হৰ খেতি হয়। বিশ্বৰ ভিতৰতে উত্তৰ প্ৰদেশত সৰিয়হৰ খেতি বেছিকৈ হয়। অনেকে ইয়াৰ উৎপত্তিস্থল হিমালয়ৰ পাদদেশ বুলি ক'ব খোজে। খ্ৰিষ্ট জন্মৰ বহু শতাব্দীৰ পূৰ্বৰে পৰা অসমত সৰিয়হৰ খেতি হৈ আহিছে।



সৰিয়হ পেৰি তেল উলিওৱা হয়। গুটিত ৩০-৪০ শতাংশ তেল থাকে। ৰন্ধা-বঢ়া, আচাৰ আৰু সুস্বাদু খাদ্য তৈয়াৰ কৰাত, গাত ঘহা, চুলিত ঘহা, চাকি জলোৱা, যন্ত্রপাতি পিচল কৰা, চাবোন তৈয়াৰ কৰা ইত্যাদি অনেক কামত সৰিয়হৰ তেল ব্যৱহাৰ হয়।

দ্ৰব্যগুণ আৰু ৰাসায়নিক সংযুতি

সৰিয়হ তেলত পোৱা ফেটী এচিডসমূহ হ'ল—পামিটিক, অলেইক, লিন'লেইক, লিন'লেনিক, এইকছিনক, একছিক, ডক্সাডিনইক আৰু হেক্সাডেছিনইক। সৰিয়হশাক বা তেলত এক্রিনিল আৰু আইছ' থায়'ছায়েনেট নামৰ দুবিধ গ্লু'ক'ছাইড আৰু মাইৰ'ছিন নামৰ এবিধ এনজাইম থাকে। গ্লু'ক'ছাইড দুবিধে মুখ আৰু জিভাত পোৰা বা জলাৰ অনুভূতি সৃষ্টি কৰে। ইয়াবোপৰি ছিনিগ্রিণ আৰু ছিনেলবিন গ্লু'ক'ছাইড দুবিধ পানী পালে আর্দ্র বিশ্লেষণ ঘটে। বিশ্লেষণৰ ফলত পটাছিয়াম হাইড্ৰ'জেন ছালফেট, গ্লু'ক'ছ আৰু আইছ' থায়'ছায়েনেট উৎপন্ন হয়। ইয়াৰ বাবে জিভাত মিঠা লাগে।

প্ৰয়োগ

বগা সৰিয়হ ঔষধত অধিক কাৰ্য্যকৰী। পানী লগা জ্বৰ, মূৰৰ কামোৰণি আৰু বুকুত কফ জমা হ'লে সৰিয়হ বটি প্ৰলেপ দিয়ে। পায়'ৰিয়া অৰ্থাৎ দাঁতৰ গুৰি উখহিলে বা তেজ ওলালে সৰিয়হ বটি লগালে বা নিতৌ ইয়াৰে দাঁত ঘঁহিলে ভাল হয়। খহু-খজু-লিতো এই বিধান ফলৱতী। ঋতুস্রাৱ স্বাভাৱিক নহ'লে তলপেট বিষায়। এনে অৱস্থাত সৰিয়হ বটি অলপ গৰম কৰি তলপেটত প্ৰলেপ দিয়া হয়। বাতৰক্তত সৰিয়হ গাখীৰেৰে বটি সানে। শাল-মইনাত সৰিয়হ বটি লগালে ভাল হয়। আঘাত বেদনা বা উখহাত সৰিয়হ বটা লগালে উপশম হয়। দৃষ্টিশক্তি অটুট ৰাখিবলৈ সৰিয়হৰ পাতৰ নিয়ৰ টোপাল চকুত দিয়ে।

কাহ, বুকুৰ বিষ, উদফাই আদি কফজনীত অসুখত সৰিয়হ তেল গৰম কৰি অলপ কৰ্পূৰ দি তলুৱা, ভৰি, পিঠি, বুকু আৰু বাতবিষত সনা হয়। কাণৰ বিষত সৰিয়হ তেল, হিং, ধনিয়া আৰু শুকান আদাৰ গুৰি অলপ গৰম কৰি কাণত দিয়ে। উন্মাদ ৰোগত সৰিয়হ চূণ আৰু তেল নাকেৰে উজায়। সৰিয়হ তেলেৰে দাঁত ঘহিলে দাঁতৰ কোনো ৰোগ নহয়। সৰিয়হ চূৰ্ন কুষ্ঠৰোগত ঘহে, প্ৰলেপ দিয়ে আৰু সৰিয়হ সিজাই তাৰ ৰস পানীত দি গা ধোৱে।

—— ——



## সৰ্পগন্ধা

**Rauwolfia serpentina** benth
Family : Apocynacene

সংস্কৃত : সৰ্পগন্ধা
হিন্দী : চোটাচান্দ
বাংলা : ছোট চাঁদড়

সৰ্পগন্ধা বা আৰাচন তিতা বা চান্দোৰ ব্যৱসায়িক নাম ৰ'উলফিয়া। এই নাম ষোড়শ শতিকাৰ জাৰ্মান উদ্ভিদবিদ আৰু চিকিৎসক লিউনাৰ্ড ৰ'উলফৰ (Leonard Rauwolf) নামত নামকৰণ কৰা হয়।

পৰিচিতি

সৰ্পগন্ধা বহুবৰ্ষী চাপৰ জোপোহা গছ। গছ ০.৩-১ মিটাৰ পৰ্য্যন্ত ওখ হয়। কাণ্ড মিহি ১৫-২০ মিমি শকত হয়। পাত যাঠীপতীয়া, ৮-২০ চেমি দীঘল, গুৰিৰ ফালে মিহি, ওপৰ পিঠি ডাঠ সেউজীয়া, তলফাল শেঁতা আৰু একেলগে ঠাৰিৰ তিনিফালে তিনিখনকৈ পাত লাগে। ফুল পাতৰ কক্ষত ফুলে আৰু পুষ্পবিন্যাস ছাইম। পুষ্পদণ্ড ৭-১৫ চেমি দীঘল হয়। ফুল থোপা পাতি ফুলে। ফুল বগা বা বেঙুনীয়া, কিছুমানৰ একাংশ ৰঙা আৰু বাকী অংশ বগা। ফুল ২-৫ চেমি দীঘল আৰু পাহী সংযুক্ত। ফল সৰু, ঘূৰণীয়া, সাধাৰণতে যুৰীয়া, ডাঠ বেঙুনীয়া আৰু পকিলে ক'লা হয়।

সৰ্পগন্ধাৰ জন্মস্থান হিমালয়ৰ নামনি অঞ্চল। অসমৰ শিৱসাগৰ আৰু মিকিৰ পাহাৰ, অৰুনাচল, মেঘালয়, উত্তৰ প্ৰদেশ, ছিকিম,

দাৰ্জিলিং, উৰিষ্যা, পূৰ্বঘাট আৰু পশ্চিমঘাট অঞ্চলত এই গছ্‌ পোৱা যায়। ভাৰতৰ বাহিৰে বাংলাদেশ, শ্ৰীলংকা, ব্ৰহ্মদেশ, মালয়ছিয়া, থাইলেণ্ড আৰু জাভাত উৎপন্ন হয়। অসম, মেঘালয়, পশ্চিম বংগ, উৰিষ্যা, বিহাৰ, উত্তৰ প্ৰদেশ, তামিলনাডু, অন্ধ্ৰ, কৰ্ণাটক, কেৰেলা, মহাৰাষ্ট্ৰ আৰু সৌৰাষ্ট্ৰত সৰ্পগন্ধাৰ খেতি কৰা হৈছে।

দ্ৰব্যগুণ

আমাৰ দেশত প্ৰায় ৪০০০ বছৰ অতীজৰেপৰা সৰ্পগন্ধাৰ শিপা ৰোগ নিবাময়ত বিশেষকৈ সপদংশন, বৃশ্চিক দংশন আৰু মানসিক ৰোগৰ ঔষধ হিচাপে ব্যৱহাৰ কৰি আহিছে। সাপধৰা বেজে ইয়াৰ শিপা ব্যৱহাৰ কৰে। ইউৰোপ আৰু আমেৰিকাতো সৰ্পগন্ধাৰ ওপৰত যথেষ্ট পৰীক্ষা-নিৰীক্ষা চলিছে। ইয়াৰ শিপাত কেইবাবিধো উপক্ষাৰ পোৱা যায় আৰু সিহঁতক এজমেলিন আৰু ছাৰপেন্‌টিন দুটা ভাগত ভগাব পাৰি। এজমেলিন হৃৎপিণ্ড, শ্বাস-প্ৰশ্বাস আৰু স্নায়ুৰ অৱসাদক। ছাৰপেনটিনে শ্বাস-প্ৰশ্বাস নিষ্ক্ৰীয় কৰে আৰু স্নায়ুৰ অৱসাদ আনে কিন্তু হৃৎপিণ্ড শক্তিশালী কৰে। এই সত্যতা ভেকুলীৰ ওপৰত পৰীক্ষা চলাই গম পোৱা গৈছে। সজীৱ বিছাৰ-পিন এবিধ শক্তিশালী আৰু দীৰ্ঘম্যাদি নিদ্ৰাকাৰক আৰু উত্তেজনা নাশক ঔষধ। মনোবিকাৰ বা উন্মাদ ৰোগীক শিপাৰ চূৰ্ণ খুৱাই সুফল পোৱা গৈছে।

প্ৰয়োগ

উচ্চৰক্তচাপত দিনে দুবাৰকৈ মূলচূৰ্ণ (২০-৩০ গ্ৰাম) খুৱালে সপ্তাহটোৰ ভিতৰতে ৰক্তচাপ হ্ৰাস পায়। ৰিছাৰপিনৰ উত্তেজনা নাশক গুণ থকাৰ হেতুকে মানসিক উত্তেজনাত ভোগা ৰোগীক খুউৱা হয়। আয়ুৰ্ব্বেদিক চিকিৎসাত নাড়ীৰ বিষ আৰু জৰায়ু কৰ্মঠ কৰিবলৈ সপগন্ধা ব্যৱহৃত হয়। সৰ্পদংশন, বৃশ্চিকদংশন, পেটৰ বিষ, গ্ৰহণী, ডিডিৰ শূল মাৰি ধৰা বিষ আদি ৰোগত প্ৰয়োগ হয়। চকুত জাল



পৰি দৃষ্টি শক্তি হ্ৰাস হ'লে সৰ্পগন্ধা পাতৰ প্ৰলেপ দিয়া হয়। তদুপৰি টোপনি নহা, মানসিক উত্তেজনা, আঁৰবীয়া, উন্মাদ আদি ৰোগত মূলচূৰ্ণ ব্যৱহৃত হৈ আহিছে।

## ৰাসায়নিক সংযুতি

Alkaloids— ajmaline, ajmalinine, ajmalicine, serpentine, isoajmaline, neoajmaline, rauwolfine, reserpine, serpentinine, chandrine, rauwolfinine, renoxidine, rescinnamine, reserpiline, reserpinine, sarpagine, tetraphyllicine, yohimbine, 3-epi—α—yohimbine, oleoresin, serpsterol

———

## হাতী খুতৰা

**Amaranthus spinosus** linn
Family : Amaranthaceae

সংস্কৃত : তণ্ডুলিয়া
ইংৰাজী : Prickly Amarnath

পৰিচিতি

হাতী খুতৰা এবিধ পোন, অসংখ্য শাখা আৰু কাঁইটীয়া বনশাক। ইয়াৰ পাত ৭-৮ চেমিলৈকে ডাঙৰ হয়। পাত ডিম্বাকৃতি, আয়তাকাৰ বা বল্লমাকাৰ। গোটেই বছৰ জুৰি ফুল ফুলে আৰু গুটি লাগে।

হাতী খুতৰাৰ আন নাম হাতী চাঁকলি। অসমৰ সকলো অঞ্চলতে ইয়াক পোৱা যায়। কুমলীয়া আগ এবিধ আহাৰ্য্য। কাঁইটহীন খুতৰাৰ উদ্ভিদীয় নাম— **Amarantdus viridis** linn খুতৰা এবিধ উপাদেয় শাক। বিছাই দকা আৰু সৰ্পদংশনত ইয়াক ব্যৱহাৰ কৰা হয়।

দ্ৰব্যগুণ

হাতী খুতৰা সৰ্পদংশনৰ প্ৰতিৰোধক। ইয়াৰ শিপা ৰেচক, ঋতুস্ৰাৱ, প্ৰমেহ, বেচু, দুগ্ধবৰ্ধক, পেটৰ বিষ আদিৰ ঔষধ।

প্ৰয়োগ

পাতৰ মণ্ড ফোঁহা, জুয়ে পোৰা আৰু পুঁজ জমা হোৱা ক্ষত স্থানত ঘহা হয়। হাতী খুতৰাৰ শিপা আৰু জৰা ফুলৰ কলি বাটি ৰক্তপ্ৰদৰ ৰোগত খুউৱা হয়। পাত আৰু শিপা সিজাই তাৰ জোল সৰু ল'ৰা-ছোৱালীক খুৱালে জুলাপ হয়।



## হালধি

**Curcuma longa** linn syn.
**C. domestica** valeton
Family : Zingiberaceae

সংস্কৃত : হৰিদ্ৰা
হিন্দী : হল্‌দি
বাংলা : হলুদ
ইংৰাজী : Turmeric

পৰিচিতি

হালধি কন্দোদ্ভৱ গছ। পাতসহ দুই মিটাৰ মানলৈকে ওখ হয়। গছ জোপোহা, পাত দীঘল আৰু ৩০ চেমিলৈকে বহল হয়। পাত ৰেখাকাৰ। ফুল দীঘলীয়া। কন্দ হালধীয়া আৰু সুগন্ধি।

হালধি দেশৰ সকলো অঞ্চলতে খেতি কৰা হয়। প্ৰাক্ আৰ্য্য কালৰেপৰা হালধি আহাৰ্য্য ৰূপত ব্যৱহৃত হৈ আহিছে। মাংগলিক অনুষ্ঠান, উৎসৱ আদিত যিদৰে হালধি অপৰিহাৰ্য্য, সেইদৰে হালধিৰ ঔষধি গুণো অতুলনীয়। হালধিয়ে দেহৰ লাৱণ্য বৃদ্ধি কৰাই নহয়, ৰোগৰ বীজাণুও নাশ কৰে।

দ্ৰব্যগুণ

ভাৰতীয় বৈজ্ঞানিকসকলে হালধিত 'ঝিনজিবেৰাইন' নামৰ এবিধ উপক্ষাৰ বিশ্লেষণ কৰি পাইছে। এই তেল বীজাণুবাৰক, অম্লবাৰক আৰু উদৰবায়ুনাশক। হালধিৰ কন্দ শক্তিকাৰক, পাচক, ৰক্তশোধক, বীজাণুবাৰক, পানীজগা জৰ, কাহ, অজীৰ্ণতা, শোথৰোগ, পাণ্ডুৰোগ, যকৃতদোষ, প্ৰস্ৰাৱবেদনা, কৃমি, চকুউঠা

(conjunctivitis), চর্মৰোগ আদি অনেক ৰোগত ব্যৱহৃত হয়।

প্ৰয়োগ

হালধিৰ (কন্দ) ৰস ১৫।২০ টোপাল অলপ নিমখৰ লগত পুৱা খালী পেটত খালে কৃমিনাশ হয়। সেয়েহে হালধিৰ সংস্কৃতত অন্য এক নাম 'কৃমিঘ্ন'। অৰ্শবেদনাত হালধি আৰু পনৰু পিহি সৰিয়হ তেলৰ সৈতে মিহলাই প্ৰলেপ দিলে বেদনা উপশম হয়। হালধি গুড়ি আৰু ফিটকিৰি (১:২০ পৰিমাণৰ) মিহলাই কাণ-পকাত ব্যৱহাৰ কৰে। পাণ্ডুৰোগত এচামোচকৈ হালধিৰ ৰস অলপ ঘিঁউ, মৌজোল আৰু চেনিৰ সৈতে এমাহ ব্যৱহাৰ কৰিলে আৰোগ্য হয়। কেচাঁ হালধিৰ ৰস পানী আৰু চেনিৰ লগত মিহলাই খালে শীতপিত্ত আৰু অম্লপিত্ত ভাল হয়। কেঁচা হালধিৰ ৰস মৌজোলৰ সৈতে প্ৰমেহ ৰোগত খুউৱা হয়। মোচোকা খোৱা, দুখ পোৱা, থেতেলা খোৱা আদিত নিমখ মিহলাই দুখ পোৱা অংশত বান্ধি থ'লে বেদনা নাশ হয়। দাঁতৰ অসুখ আৰু জ্বৰতো কেঁচা হালধি উপকাৰী। কেঁচা হালধি আৰু দন্তীমূল (Baliospermum montanum) বাটি প্ৰলেপ দিলে উপশম হয়। অশুজা খাদ্য খোৱাৰ ফলত এলাৰ্জি দেখা দিলে গুড়ি হালধি আৰু আমলখীৰ গুড়ি মিহলাই খালি পেটত খালে এলাৰ্জি উপশম হয়। খৰ-খজুৰতিত হালধি আৰু নিমপাত পিহি সনা হয়। হালধি পুৰি তাৰ ছাই লগালে ফোঁহা সোনকালে পকে আৰু ফুটি যোৱাৰ পাছত লগালে সোনকালে শুকায়। স্বৰভংগত হালধিৰ গুড়ি (২ গ্ৰাম পৰিমাণত) চেনি মিহলাই তাৰ সৰবৎ অলপ গৰম কৰি খালে ভাল হয়। পানী লগা জ্বৰত শুকান হালধিৰ ধোঁৱা শুঙিলে নাক পৰিষ্কাৰ হয়। এই বিধান মৃগীৰোগতো প্ৰযোজ্য। জোকে দংশন কৰিলে হালধিৰ ৰস বা হালধিৰ গুড়ি লগালে জোক গাৰপৰা খহি পৰে আৰু ক্ষতস্থানৰ তেজ ওলোৱা বন্ধ হয়। হাপানিত হালধি গুড়ি, কুঁহিয়াৰৰ গুড় আৰু সৰিয়হৰ তেল মিহলাই



চেলেকি খায়। সৰু আই আৰু মাজু আয়ে দেখা দিলে হালধিৰ গুড়ি বা ৰস সানিলে গাৰ পোৰণি কমে আৰু সোনকালে আৰোগ্যও হয়। বিছাই দাকিলে হালধি পুৰি তাৰ ধোঁৱা লগোৱা হয়।

## ৰাসায়নিক সংযুতি

Alkaloids—zingiberine, antiseptic oil—p—toylmethyl carbinol, ketone, alcoholic constituents—turmerol, curcumin (colouring agent)

———

## হেলঞ্চি শাক

**Enhydra fluctuans** Lour
Family : Compositae

সংস্কৃত : হিলমোচী, হিলমোচিকা
হিন্দী : হুৰহুল
বাংলা : হেলেঞ্চা

পৰিচিতি

হেলঞ্চি এবিধ জলজ শাক। ইয়াৰ কাণ্ড মিহি, ৩০-৬০ চেমি দীঘল আৰু কাণ্ডৰ গাঁঠিত শিপা হয়। পাত অবৃন্ত, দীঘলীয়া, সক্ষ্যাগ্ৰ বা স্থূলাগ্ৰ, ২.৫-৮ চেমি দীঘল আৰু বিভিন্ন প্ৰস্থৰ হয়।

অসম, পশ্চিমবংগ আৰু বিহাৰত হেলঞ্চি শাক উৎপন্ন হয়।

প্ৰয়োগ

হেলঞ্চি শাক কেহা। ইয়াৰ পাত ৰেচক, বেদনানাশক, চৰ্মৰোগ, স্নায়ুৰোগ, যকৃৎ দোষ আদিত উপকাৰী। অজীৰ্ণতাত হেলঞ্চি শাকৰ ৰস বিশেষ কাৰ্য্যকৰী। ই অৰুচিও দূৰ কৰে। কফজনিত গাৰ বিষত হেলঞ্চি শাকৰ ৰস নিয়মিত খাবলৈ দিয়া হয়। হাত ভৰিৰ পোৰণিও দূৰ হয়। ঘামচিত গাঁৱৰ মানুহে শাক বাটি গাত ঘহে। প্ৰমেহ ৰোগত হেলঞ্চি শাকৰ ৰস গৰু বা ছাগলী গাখীৰৰ লগত খায়। শাক বাটি মূৰত ভৰণ ল'লে মূৰ শীতল হয়। স্নায়ু ৰোগত সজীৱ পাতৰ ৰস (১০ গ্ৰাম) খাবলৈ দিয়া হয়।

## ৰাসায়নিক সংযুতি

Diterpenoids—hydroxykauranoic acid, kauran-16-01, kaur-16-en-19-oic acid, (-) 16 ∝-hydroxy kauran-19-oic acid, (-) kaur-16-en- 19-oic acid, (-) 16-∝ hydroxy (-) kauran-19-oic acid, fatty acid—myricyl alcohol, sterols—tigmasterol, essential oil

